বন্দনা—

( সত্য শিৱ আৰু সুন্দৰ পৰম দেৱতা
পৰমেশ্বৰৰ আৰাধনা । )

"গুৱাহাটী কটন কলেজৰ" নীতি আৰু ধৰ্ম্ম শিক্ষা সমিতিৰ" ( Moral and Religious Society ) ধনভঁড়াল পুষ্ট কৰিবলৈ এই পুথিৰ বিক্ৰয় লব্ধ অৰ্থ নিয়োজিত হব ।

শ্ৰীসতীশচন্দ্ৰ ৰায়

বেচ— ।০ অনা ।

প্রিণ্টাৰ — শ্ৰীসোণাৰাম বেজ,
নিউ প্ৰেছ, গুৱাহাটী।



# উৎসৰ্গ



মোৰ পৰমাৰাধ্যতম ৺পিতৃ দেৱতা
আৰু
পৰমাৰাধ্যতমা ৺ৰী মাতৃ দেৱীৰ
উদ্দেশ্যত।



# পাতনি

১৯১০ খৃষ্টাব্দৰ পৰা ১৯১৪ খৃষ্টাব্দলৈ আমি যেতিয়া ইউৰোপত—ঘাইকৈ লণ্ডন চহৰত—বিদ্যাৰ্থী হৈ আছিলোঁ, তেতিয়া বাতিপুৱা আৰু গধূলি পৰমেশ্বৰৰ চৰণত যি আৰাধনা, প্ৰাৰ্থনা আৰু শুভ সঙ্কল্প নিৱেদন কৰিছিলোঁ, তাকে লিপিবদ্ধ কৰি ৰখা হৈছিল। তাৰে পৰা এশ, দেড়শ মানৰ বাছনি কৰি ১৯১৫ খৃষ্টাব্দত "অঞ্জলি" নামেৰে কলিকাতাৰ পৰা এখন কিতাপ প্ৰকাশ কৰা হৈছিল—"অঞ্জলিৰ" প্ৰথম খণ্ডৰ নাম "আৰাধনা" আৰু দ্বিতীয় খণ্ডৰ নাম "প্ৰাৰ্থনা" দিয়া হৈছিল। ভক্তি ভাজন পণ্ডিত ৺শিৱনাথ শাস্ত্ৰী মহাশয়ে অনুগ্ৰহ কৰি এই পুথিৰ এখনি ভূমিকা লিখি দিছিল আৰু পূজনীয় বিশ্ব কবি শ্ৰীৰবীন্দ্ৰনাথ ঠাকুৰ মহাশয়ে তেখেতৰ "শান্তিনিকেতনৰ" পৰা এটি উপদেশ আৰু দুটি ব্ৰহ্ম সঙ্গীত "অঞ্জলিৰ" উদ্বোধন আৰু উপসংহাৰৰ দৰে ছাপিবলৈ অনুমতি দি আমাক অনুগৃহীত কৰিছিল। সেই "অঞ্জলি" এতিয়া দুষ্প্ৰাপ্য হৈছে।

আমাৰ কলেজৰ ছাত্ৰ আৰু ছাত্ৰী সকলক ধৰ্ম্ম আৰু নীতিশিক্ষা দিবৰ কাৰণে সৰ্ব্ববাদিসম্মত কোনো প্ৰকাৰ উপায় এতিয়ালৈকেও অৱলম্বন কৰা সম্ভৱপৰ হোৱা নাই। সেই বুলিয়ে যে ছাত্ৰ আৰু ছাত্ৰী সকলৰ ধৰ্ম্ম আৰু নীতি শিক্ষাৰ

প্ৰয়োজন নাই এইটো নহয়। ধৰ্ম্ম আৰু নীতিশিক্ষা জীৱনৰ অতি লাগতিয়াল বস্তু আৰু সেই শিক্ষা ডেকাকালৰে পৰা আৰম্ভ হোৱা উচিত।

ধৰ্ম্ম আৰু নীতি-জীৱনৰ পৰিপুষ্টিৰ কাৰণে দৈনিক প্ৰাৰ্থনা আৰু ভগৱন্তৰ নাম উচ্চাৰণেই যে ছাত্ৰ আৰু ছাত্ৰী সকলৰ ধৰ্ম্ম আৰু নীতি-জীৱন লাভৰ সহজ-লভ্য উপায় নি অতি সঁচা কথা। কিঞ্চিৎভাৱে হলেও সেই উদ্দেশ্য লাভৰ কাৰণেই "অঞ্জলিৰ" প্ৰথম খণ্ড "আৰাধনা" অংশক পৃথক্ কৰি "বন্দনা" নামেৰে এই পুথি যুগুত কৰা হল। জাতি, ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো ছাত্ৰ ছাত্ৰীৰ উপযোগী কৰি স্তুতি-বন্দনা বিলাকৰ বাছনি কৰা হৈছে। বৰ্ত্তমানে কটন কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ স্নেহাস্পদ শ্ৰীমান যোগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে এই বাছনিৰ অসমীয়া অনুবাদ কৰি দি আমাৰ অশেষ আশীৰ্ব্বাদ লাভ কৰিছে। অনুবাদ কাৰ্য্যত শ্ৰীমানক সততে উৎসাহিত কৰিছিল আমাৰ প্ৰীতিভাজন অধ্যাপক শ্ৰীযুক্ত দিবাকৰ গোস্বামী এম্ এ, বি এল্ ডাঙ্গৰীয়াই। অসমীয়া সাহিত্য জগতত সুপৰিচিত "বিহগী কবি" আৰু বৰ্ত্তমান "জয়ন্তীৰ" সম্পাদক শ্ৰীযুত ৰঘুনাথ চৌধাৰী ডাঙৰীয়াই অনুগ্ৰহ কৰি চানেকি কাকত চাই দিয়াৰ ভাৰ গ্ৰহণ কৰিছিল। তেখেতে চানেকি কাকত চোৱাৰ লগে লগে কিতাপৰ আৱশ্যকীয় পৰিৱৰ্ত্তন আৰু পৰিৱৰ্দ্ধনাদি কৰি দি আমাৰ অশেষ কৃতজ্ঞতা-ভাজন হৈছে। চৌধাৰী ডাঙৰীয়াৰ



পৰা এইখিনি সহায় নোপোৱা হ'লে "বন্দনা" এই ভাৱে ৰাইজৰ আগলৈ ওলাবলৈ সম্ভৱপৰ নহ'ল হেতেন।

"বন্দনাৰ" ছপা, প্ৰকাশ ইত্যাদিৰ ভাৰ আমাৰ প্ৰীতি-ভাজন অধ্যাপক শ্ৰীযুত শ্ৰীনাথ চক্ৰবৰ্ত্তী এম্ এ মহাশয়ক দিয়া হৈছিল। এই বাবে তেখেতৰ কঠোৰ পৰিশ্ৰম, ত্যাগ-স্বীকাৰ আৰু যত্নৰ নিমিত্তে আমি যে তেখেতৰ ওচৰত কিমান কৃতজ্ঞ তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ।

যি দেশত শঙ্কৰ দেৱ, মাধৱ দেৱ প্ৰভৃতি মহাপুৰুষে ভক্তিবাদ আৰু নাম ধৰ্ম্ম প্ৰচাৰ কৰিছিল, সেই দেশৰ মানুহে যে কীৰ্ত্তনৰ মাহাত্ম্য বুজিব পাৰে তাত সন্দেহ নাই। নামকীৰ্ত্তনৰ নিচিনা এই ক্ষুদ্ৰ গদ্য পুথিয়ে যদি তৰুণ অসমৰ ধৰ্ম্মভাৱ-পুষ্টিত অলপ মানো সহায় কৰে, তেনেহলে আমাৰ যত্ন সফল হৈছে বুলি আমি ভাবিম। নিৱেদন ইতি

শ্ৰীসতীশচন্দ্ৰ ৰায়।

## ভুল শুধৰণি

| অশুদ্ধ | শুধবণি | পিঠি | শাৰী |
|---|---|---|---|
| তেন্তে নাই নেকি ? নইয় আছে, | (এইখিনি উঠি যাব).... | ৫ | ১১ |
| কোমল লতা | কোমলতা | ১৬ | ১১ |
| আৰু ইন্দ্ৰিয়ৰ আধিপত্য স্থাপন কৰে | আকৌ ইন্দ্ৰিয়ৰ অধিপতি কৰে | ২১ | ৩ |
| ভতৰেদি | ভিতৰেদি | ৪৮ | ১৩ |
| নতুত | নতুন | ৪৮ | ১৯ |
| ৰসস্যময় | ৰহস্যময় | ৫১ | ১৮ |
| তুচ্চ | তুচ্ছ | ৬৮ | ২০ |
| সকলক | সকলৰ | ৬৯ | ৬ |
| যন্ত্রণা | যন্ত্ৰণা | ৯১ | ১০ |

---

# বন্দনা

১ম খণ্ড

তুমি সত্য আৰু তোমাক আশ্ৰয় কৰি তোমাৰ সত্তাতে যি সত্তাবান্ হৈছে সিও সত্য। গোটেই আকাশত থাকিও তুমি সত্য, জড়জীৱনতো তুমি সত্য, অণুপৰমাণুতো তুমিয়ে সত্য। বায়ু, মাটি, পানী সকলোতে চিৰকাল ব্যাপি তোমাৰ শক্তিৰে ক্ৰিয়া চলিব লাগিছে। যেনেকৈ বাহিৰ তেনেকৈ ভিতৰ, যেনেকৈ প্ৰকৃতি তেনেকৈ মানৱ সমাজ, যেনেকৈ ইহলোক তেনেকৈ পৰলোক তোমাৰ সত্যৰ ওপৰতে প্ৰতিষ্ঠিত। তুমি প্ৰতিদিনৰ আহাৰ-বিহাৰত, বায়ু পোহৰত, কৰ্ম্ম আৰু বিশ্ৰামত, প্ৰেম আৰু আনন্দত ইমান স্পষ্টভাবে, ইমান নিকটস্থ হৈ আছা—যে আমি তোমাক পাহৰি থাকো। কিমান সুমধুৰ সোৱাদ, সুগন্ধ, মন প্ৰাণ শীতল কৰা গান আৰু উজ্জ্বল বৰ্ণই প্ৰতিদিনে আমাৰ মানস মন্দিৰৰ দুৱাৰদলিলৈ তোমাৰ বাতৰি লৈ আহে— অন্ধ হৈ আমি তোমাক সম্ভোগ কৰো, কিন্তু তোমাক দেখা নাপাও। তোমাৰ জ্ঞানতে আমাৰ জন্ম, তোমাৰ প্ৰেমত আমাৰ লালন-পালন, তোমাৰ পুণ্যত আমাৰ আত্মাৰ বিকাশ আৰু তোমাৰ মঙ্গলতে আমাৰ জীৱনৰ সমাধি। তুমি

সৰ্ব্বজ্ঞ দেৱতা, তোমাৰ অনন্ত জ্ঞানৰ বলতে এই বিশাল বিশ্ব ব্ৰহ্মাণ্ড সৃষ্ট, অনন্ত জ্ঞানেৰে ইয়াৰ প্ৰতি অংশৰ নিয়ম আৰু কাৰ্য্য পৰ্য্যবেক্ষণ কৰি আছা, অনন্ত জ্ঞানেৰেই এই বিশ্বক নানা বিচিত্ৰতাৰ মাজেদি পূৰ্ণতাৰ পথত আগুৱাই লৈ গৈ আছা। কোটি কোটি সৌৰজগতক কি কৌশলেৰে নিৰ্দ্দিষ্ট পথত চলাইছা, গ্ৰহ নক্ষত্ৰৰ পৰস্পৰ আকৰ্ষণ-বিকৰ্ষণৰ ফলত কি উপায়ে, কি মহামন্ত্ৰৰ বলত পৃথিবীত পোহৰ-অন্ধকাৰৰ পৰিৱৰ্ত্তন, জাৰ-জহৰ সাল সলনি আৰু জলবায়ুৰ বিচিত্ৰতাৰ কি বিধান কৰিছা আমি আমাৰ ক্ষুদ্ৰ বুদ্ধিৰে একোকে বুজিব নোৱাৰো। দূৰবীক্ষণৰ সহায়ত সুদূৰ আকাশত যি জ্যোতিষ্কমণ্ডলী ক্ষুদ্ৰ ক্ষুদ্ৰ জোনাকী পৰুৱাৰ নিচিনা দেখা যায়, যিবিলাক গ্ৰহ নক্ষত্ৰৰ পোহৰ পৰ্য্যন্ত আমাৰ পৃথিবী ঢুকি পোৱা নাই, সেইবিলাক গ্ৰহ নক্ষত্ৰ লৈ তুমি অনন্ত আকাশত খেলা কৰিছা। আৰু এই মৰ্ত্ত্য পৃথিবীৰ যিমান জীৱজন্তু, যিমান জড়পৰমাণু,—সেই বিলাকৰো গতিবিধি তোমাৰ দ্বাৰায়ে নিৰ্দ্ধাৰিত, তোমাৰ দ্বাৰাই চালিত,—অনুবীক্ষণৰ সহায়তহে মাত্ৰ যিহঁতৰ অস্তিত্ব জনা যায় এনেকুৱা অসংখ্য কীটাণুৰ ক্ষুদ্ৰদেহৰ অঙ্গ-প্ৰত্যঙ্গ, ৰক্তচালনা, আৰু খাদ্য পৰিপাক তোমাৰ ইঙ্গিততে চালিত। হে সৰ্ব্ব-শক্তিমান্ সৰ্ব্বজ্ঞ দেৱতা, তোমাক নমস্কাৰ। ১ ॥



অনন্ত তোমাৰ জ্ঞান, অনন্ত তোমাৰ প্ৰেম, যেতিয়া পৃথিবীত মানুহৰ লেশমাত্ৰ নাছিল, যেতিয়া পৃথিবীত জীৱজন্তু জন্মা নাছিল তেতিয়াও তুমি আছিলা। কোন অতীতৰ অন্ধকাৰত এই বিশ্ব ব্ৰহ্মাণ্ডক সৃষ্টিৰ সোঁতত উটাই দিলা, কিমান কোটি কোটি যুগৰ মাজেদি এই জলস্থল বায়ুময় জগতক বিকাশপ্ৰাপ্ত কৰিলা, আৰু কোন কল্পনাতীত ভৱিষ্যতত এই মহালীলাৰ অৱসান হব— ভাবি ভাবি চিন্তাশক্তি অৱশ হৈ পৰে।

প্ৰভো! তোমাৰ অনন্ত মহিমা আমি একমুখে কিমান বৰ্ণনা কৰিম! মানবসমাজৰ শৈশবকালৰপৰা আৰম্ভ কৰি কিমান ধৰ্ম্মানুষ্ঠান, কিমান শাস্ত্ৰ, কিমান মহাপুৰুষে তোমাৰ পূজা আচৰণ কৰি আছে; কিমান ঋষি, কিমান যোগী, কিমান বৈজ্ঞানিক, কিমান দাৰ্শনিক, কিমান কবি, কিমান চিত্ৰকৰ, কিমান শিল্পী, কিমান গায়ক, কিমান ঐতিহাসিক, কিমান ঔপন্যাসিকে তোমাৰ বিচিত্ৰতাত মুগ্ধ হৈ তোমাৰ বিচিত্ৰৰূপ বিচিত্ৰ লিখনীৰে ভাষাৰ শব্দেৰে আৰু আন মৰ্ত্ত্য উপাদানেৰে অভিব্যক্ত কৰিবলৈ চেষ্টা কৰিছে! কিন্তু তুমি যেনে অগম্য অপাৰ আছিলা, তেনে ভাবে চিৰকালেই আছা। মানুহৰ জ্ঞান যিমান বাঢ়ে সিমানেই তেওঁৰ নিজৰ অজ্ঞতা আৰু অক্ষমতাহে প্ৰকাশিত হয়—আৰু তুমিও, সিমানেই গভীৰ ৰূপ ধাৰণ কৰা। আমাৰ এনে কি সাধ্য, কি ক্ষমতা আছে যে আমি তোমাৰ ৰহস্য নিৰ্ণয় কৰিব পাৰোঁ, তোমাৰ সৃষ্টি-কৌশলৰ মৰ্ম্মভেদ কৰিব পাৰোঁ। তুমি তোমাৰ প্ৰেমৰ

মহিমাৰ গুণত জ্ঞানৰ অকণিমান এটি চাকি জ্বলাই নিজক অন্তৰত প্ৰকাশিত কৰা, তাতেহে তোমাৰ কথা কিছু জানিবলৈ সুযোগ পাওঁ—আমাৰ চকুৱে তোমাৰেই দিব্য জ্যোতিৰ কাৰণে দেখিবলৈ পায়, আমাৰ কাণে তোমাৰেই বায়ু চলাচলৰ গুণত শুনিবলৈ পায়, আমাৰ হাত ভৰি তোমাৰেই স্নায়ুমণ্ডলীৰ সহায়ত সঞ্চালিত হয়, আমাৰ জিভায়ো তোমাৰেই ভাব আৰু তোমাৰেই বাক্-যন্ত্ৰক আশ্ৰয় কৰি ভাষা প্ৰকাশ কৰে। তুমি মুহূৰ্ত্তৰপৰা মুহূৰ্ত্ত ধৰি আমাৰ হৃদ্‌মন্দিৰত পৰম চৈতন্যৰূপে ইন্দ্ৰিয়ক্ৰিয়া সম্পাদন কৰাইছা। তোমাৰ অনন্তশক্তিৰ বাহিৰে আমি এক মুহূৰ্ত্তও জীয়াই থাকিব নোৱাৰোঁ। তোমাৰ নামৰ গুণতে অন্ধৰ চক্ষুলাভ হয়, খোঁৰাই বুলিব পাৰে, বোবাই গান গায় আৰু কলাই শুনে—তোমাৰ দয়াৰ গুণত অসম্ভৱ সম্ভৱ হয়, ই কেৱল মুখেৰে কোৱা কথা নহয়, ই কবিৰ কল্পনা নহয়, এয়ে প্ৰতিদিনে, প্ৰতিমুহূৰ্ত্তে আমাৰ জীৱনত সত্যৰূপে পৰিগণিত হৈছে। তুমি আমাৰ অন্তৰত আছা বুলিয়েতো আমি দেখিছোঁ, শুনিছোঁ, ফুৰি ফুৰিছোঁ আৰু কথা কৈছোঁ। প্ৰাণ মন চৈতন্য সকলোতে—তুমিয়ে একমাত্ৰ অপৰিবৰ্ত্তনশীল দেৱতা। ।২॥



এই সংসাৰৰ সকলো চঞ্চলতা, নশ্বৰতাৰ মাজত তুমি একমাত্ৰ স্থিতিশীল অবিনাশী পুৰুষ। এই নশ্বৰ সংসাৰত কিম'ন মহাগিৰি সাগৰ গৰ্ভত লীন হৈছে, কিমান অত্যুচ্চ পৰ্ব্বত আকৌ সমুদ্ৰৰ বুকু ভেদি মূৰ দাঙি উঠিছে; য'ত অৰণ্য আছিল, তাত নগৰ বহিছে; য'ত ৰাজধানীৰ কোলাহল আছিল তাত শ্মশানৰ নীৰৱ গাম্ভীৰ্য্যই বিৰাজ কৰিছে; কিমান স্বৰ্গীয় সুখ বিৰাজ কৰি থকা পৰিয়ালত নৰকৰ ছাঁ পৰিছে, কিমান উৎসৱৰ মঙ্গলধ্বনি প্ৰিয়বিয়োগৰ করুণ বিলাপত পৰিণত হৈছে, কিমান দুঃখ-শোক, পৰিতাপ, ৰোগ, বিপদ, মহামাৰী, বানপানী, ভূমিকম্প আদিয়ে মানৱ সমাজক পীড়িব লাগিছে!—ইয়াত শান্তিৰ আশা ক'ত? তেন্তে নাই নেকি?—নহয় আছে,—তোমাৰ অসীম শক্তিৰ মাজত যেতিয়া মনক বুৰাই দিওঁ, তোমাৰ মঙ্গল ইচ্ছাৰ লগত যেতিয়া আমাৰ ইচ্ছা মিলাই দিওঁ তেতিয়াই সকলো অৱস্থাৰ পৰিবৰ্ত্তনৰ মাজতো বিমল শান্তি আৰু আনন্দ লাভ কৰোঁ। তুমি সকলো ঘটনাৰ মূলতে জ্ঞানৰূপে, শক্তিৰূপে, মঙ্গলৰূপে বিৰাজিত হৈছা--এইখিনিকে যেতিয়া দেখিবলৈ পাওঁ, তেতিয়াই আমাৰ আশা আৰু বিশ্বাসত অটল হৈ তোমাৰ প্ৰদত্ত জীৱনক তোমাৰ নিৰ্দ্ধাৰিত কৰ্ত্তব্যত নিয়োজিত কৰোঁ। তুমি অনন্ত জ্ঞানময়, শক্তিময়। এই বাবেই আমি তোমাৰ ওচৰ চাপিবলৈ ভীত আৰু সঙ্কুচিত হলোহেঁতেন। তোমাৰ জ্ঞানৰ জ্যোতিতে আমাৰ চকু জ্বলি গলহেঁতেন, তোমাৰ শক্তিৰ উগ্ৰতাই আমাৰ মনৰ শান্তি হৰণ কৰিলেহেঁতেন;

কিন্তু তুমি যে আমাৰ প্ৰেমময় পৰমপিতা, আমি যে তোমাৰ সন্তান। আমি যিমানেই অজ্ঞ, যিমানেই শক্তিহীন হওঁ— তোমাৰ ওচৰ চাপিবৰ আমাবো অধিকাৰ আছে। তুমি নিজৰ প্ৰেমৰ গুণতে আমাৰ ওচৰত দৃশ্যমান হোৱা, আমাৰ জ্ঞানচক্ষু মুকলি কৰা, যাতে আমি তোমাৰ সেৱা কৰিব পাৰোঁ, এই বাবেই তুমি আমাৰ দুৰ্ব্বল প্ৰাণত বল দিয়া। তোমাৰ প্ৰেম তোমাৰ ভালপোৱা যিমান গভীৰ, কাৰ প্ৰেম, কাৰ ভালপোৱা সিমান গভীৰ হব পাৰে? সংসাৰত বৰ্ত্তমান আমাৰ পিতামাতাও বৰং আমাৰ অত্যাচাৰ বা অপৰাধ দেখিলে কুপিত হয়, আমাক তিৰস্কাৰ কৰে, কিন্তু তোমাৰ ওচৰত আমি কিমান দোষৰ দোষী—কতৰূপে, কতভাৱে তোমাৰ নিৰ্দ্দিষ্ট নিয়ম লঙ্ঘন কৰো তাৰ ইয়ত্তা নাই, অথচ তুমি চিৰক্ষমাশীল, চিৰসহিষ্ণু, চিৰ দয়াশীল, আমাৰ সকলো দোষ, সকলো ত্ৰুটি পাহৰি আমাৰে সৈতে প্ৰেমৰ খেলা খেলিছা,—আমাৰ মঙ্গলৰ নিমিত্তে কিমান চেষ্টা কৰিছা। তা



আনন্দৰূপে, অমৃতৰূপে প্ৰকৃতিত আৰু মানৱসমাজত নিজক ঢালি দিছা—আনন্দৰূপে, অমৃতৰূপে আমাৰ অন্তৰাত্মাত প্ৰকাশিত হৈছা। নিজৰ আনন্দতে জগৎ সৃষ্টি কৰিছা, আনন্দৰ ৰাগিনী তুলি গোটেই আকাশ মুখৰিত কৰিছা, আনন্দৰ আতিশয্যৰ গুণতে মানুহৰ জীৱনৰ সোঁত, বংশৰ প্ৰবাহ চালিত হৈছে আনন্দ সাগৰৰপৰা এই জগতৰ সকলো শিল্পকলাৰ বিচিত্ৰতা প্ৰেৰিত হৈছে। ৰাতিপুৱা বিমল আনন্দত সূৰ্য্যই পোহৰ দিয়ে, ফুল ফুলি শোভা আৰু গন্ধ বিলায়, চৰাই বিলাকে সুমধুৰ গীত গায়, মানুহে শোৱাপাটি এৰি কৰ্ত্তব্যত আত্মনিয়োগ কৰে—এইবিলাকৰ ভিতৰেদিয়েই তোমাৰ পূৰ্ণ আনন্দৰ অভিব্যক্তি দেখা পাওঁ। কোন জনেই বা প্ৰাণ ধাৰণ কৰিলেহেঁতেন, কোনেই বা শৰীৰ আকাঙ্ক্ষা কৰিলেহেঁতেন, যদি তুমি এই জীৱনক এই শৰীৰ চালনাক এনে আনন্দৰ নিজৰা কৰি নিদিলাহেঁতেন! ইয়াত আমাৰ কিমান ভয় আছে, ভাবনা আছে, ৰোগ আছে, বিপদ আছে, মৃত্যু আছে, বিচ্ছেদ আছে, দাৰিদ্ৰ্য আছে, পাপ আছে—এবাৰ তোমাৰ মঙ্গল বিধানত সন্দেহ কৰিলে প্ৰতিখোজতে পিছলি পৰিবৰ আশঙ্কা থাকে, প্ৰতি নিঃশ্বাসত আৰু অন্নগ্ৰাসত দূষিত জীবাণু আৰু ৰোগৰ বীজ ভিতৰলৈ যাবৰ সম্ভাৱনা থাকে; কিমান অচিন্তিত আৰু অনিবাৰ্য্য প্ৰাকৃতিক আৰু সামাজিক দুৰ্ঘটনাই আমাক পীড়িব পাৰে, যি কোনো মুহূৰ্ত্ততে আমি এই সংসাৰৰপৰা বিদায় লৈ মাটিৰ শৰীৰ মাটিত মিহলি কৰি থৈ গুচি যাব পাৰোঁ; কিন্তু

তুমি যে অমৃতস্বৰূপ এই বাবেই মৃত্যু বিভীষিকায়ো আমাক বিচলিত কৰিব নোৱাৰে, কাৰণ ইহলোকত যিৰূপে, পৰলোকতো সেইৰূপেই, এই জীৱনত যেনেকৈ পৰকালৰ অনন্ত জীৱনতো ঠিক তেনেকৈ তোমাৰ আনন্দধামত চিৰকাল বাস কৰিম। তোমাৰ অমৃতময় নাম যেতিয়া উচ্চাৰণ কৰো, তোমাৰ আনন্দ-ৰসত যেতিয়া ডুব যাওঁ, তেতিয়া সকলো জ্বালা উপশম হয়; সকলো চিন্তা, সকলো অশান্তি, সকলো উদ্বেগ নিমিষতে দূৰীভূত হয়। তুমি যেতিয়া প্ৰাণত আবিৰ্ভূত হোৱা তেতিয়া আনন্দৰ জোৱাৰ-ভাটাত আমি কৰবালৈ উটি যাওঁ. তেতিয়া আমাৰ মনত তোমাৰ বিচিত্ৰ সংসাৰ মধুময় হয়, প্ৰকৃতিয়ে নতুন শোভা ধাৰণ কৰে। তেতিয়া চন্দ্ৰ সূৰ্য্য, আকাশ-বতাহ; গছ-লতা, ফল-ফুল, নদী-সাগৰ মেঘ-পৰ্ব্বত, পিতা মাতাৰ স্নেহ, ভাই-ভনীৰ প্ৰীতি—সকলোৱে এক নতুন আনন্দেৰে জীৱন পূৰ্ণ কৰি অপাৰ আনন্দ সাগৰত উটাই দিয়ে। ৪॥



শান্ত দেৱতা,—গোটেই জগৎ যেতিয়া নিস্তব্ধ হৈ যায় বাহিৰৰ জন-কোলাহল যেতিয়া নিবাৰিত হয়, প্ৰকৃতিৰ ওপৰত যেতিয়া কাল-যবনিকাৰ সূত্ৰপাত হয়, সকলো জীৱ-জন্তুই যেতিয়া নিদ্ৰাদেৱীৰ কোলাত বিশ্ৰাম লাভ কৰে. ব্ৰহ্মাণ্ডৰ দেহত যেতিয়া হৃদয়-স্পন্দন বন্ধ হৈ যায়, তেতিয়া তুমি তাৰ মাজত এক মহান গভীৰ সত্তাৰূপে বিৰাজিত হোৱা। স্নেহাবদ্ধ হৈ আলফুলকৈ তুমি আমাৰ শৰীৰৰ সকলো ক্ষতি-পূৰণ কৰি ৰক্তমাংস সতেজ কৰি— আমাক দিনৰ কৰ্ত্তব্যৰ বাবে নতুন বল দিয়া। কেনে নিঃশব্দে তুমি ইমান ডাঙৰ সৃষ্টি কাৰ্য্য চলাইছা, কি কৌশলৰ দ্বাৰা ভূমি উৰ্ব্বৰা কৰি বীজক অঙ্কুৰত পৰিণত কৰিছা, অঙ্কুৰৰপৰা ফল-ফুল পাতৰ বিকাশ সাধন কৰিছা, কিৰূপে শিশুক যুবা, যুবাক বৃদ্ধ কৰি আত্মাস্থিত কুসুমসমূহ প্ৰস্ফুটিত কৰিছা, আমি জানিবলৈও অপাৰগ! মানুহে কিমান কল-কাৰখানা তৈয়াৰ কৰে, সেই-বিলাক চলিলে কিমান শব্দ, কিমান কোলাহল, কিমান জনতা, কিমান আড়ম্বৰ দেখিবলৈ পাওঁহক! মানুহে কিমান কৰে, আৰু তাৰ কাৰণে বাহিৰত কিমান ঢাকঢোল বজাই আত্মপ্ৰকাশ কৰে!—আৰু তুমি ইমান ডাঙৰ সৌৰজগতৰ সমষ্টিক শূণ্যপথতে চলাই আছা, ইমান ডাঙৰ ব্ৰহ্মাণ্ডৰ ৰক্ষাৰ নিমিত্তে, জীৱজন্তুৰ আহাৰ যোগাবলৈ বিচিত্ৰ আয়োজন কৰিছা, অথচ তোমাৰ সাৰশব্দ নাই, কোনো শ্ৰম নাই; কেনে সহজ ভাবে আনন্দৰ মাজেদি সৃষ্টি পূৰ্ণতাৰ ফাললৈ

ঢাল খাইছে ! তুমি নিজৰ কথা আনক জনাবৰ নিমিত্তে, নিজৰ যশ চাৰিওপিনে প্ৰচাৰ কৰিবৰ নিমিত্তে কোনো প্ৰয়াস কৰা নাই আৰু নকৰিবাও। দাম্ভিক মানুহে—তোমাৰ প্ৰতি শ্ৰদ্ধাভক্তি অৰ্পণ নকৰে, তোমাৰ সত্তা পৰ্য্যন্ত স্বীকাৰ নকৰে, তোমাৰ জ্ঞানময় মঙ্গলময় ইচ্ছাক অন্ধ জড়শক্তিৰ ক্ৰিয়া বুলি উপেক্ষা কৰে, এনেকি তোমাৰ প্ৰতিষ্ঠিত সনাতন নিয়মৰ বিৰুদ্ধাচৰণ কৰে, অথচ তুমি সিহঁতক স্বাধীনতা আৰু সুখশান্তি দি নিজে অদৃশ্য ভাবে ৰাখিছা ! মানুহৰ ওচৰত তোমাৰ সৰ্ব্বশক্তিমত্তা— সৰ্ব্বজ্ঞতা প্ৰমাণ কৰিবৰ কাৰণে তোমাৰ কোনো ব্যগ্ৰতা নাই। অতি শান্ত সমাহিত ভাবে তুমি আমাৰ কাৰণে প্ৰতীক্ষা কৰি আছা, আমাৰ পাপৰ অপৰাধ মৰ্ষণ কৰি সহিষ্ণুতা, প্ৰেম আৰু আশাৰ দ্বাৰাই আমাৰ মঙ্গল বিধান কৰিছা। ৫ ॥



প্ৰেমময় পিতা ! জন্মৰ আগৰপৰাই তুমি আমাৰ নিমিত্তে মাতৃস্তনত দুগ্ধ সঞ্চাৰ কৰি দিছিলা। ভূমিষ্ঠ হোৱা মাত্ৰেই তোমাৰ বায়ু, তোমাৰ মাটি, তোমাৰ পোহৰে আমাক গ্ৰহণ কৰিলে। কিমান স্নেহ, কিমান যত্ন, কিমান প্ৰীতিৰ মাজত আমি পৰিপুষ্ট হলোঁ ! আমাৰ গোটেই জীৱনটোৱে যে তোমাৰ প্ৰেমৰ এটা সোত—আমাৰ অন্ন-বস্ত্ৰ তোমাৰ দান,—শৰীৰ—মন তোমাৰ দান, আত্মীয় বন্ধু তোমাৰ দান,—আমাৰ অস্তিত্ব; চৈতন্য, দেহৰ শক্তি, হৃদয়ৰ ভক্তি সকলো তোমাৰ ! এই বিনন্দীয়া সংসাৰত যি দেখিলোঁ, যি শিকিলোঁ সকলোৰে ভিতৰেদি তোমাৰেই প্ৰেমৰ বিকাশ দেখিবলৈ পাওঁ। আমাৰ বুলিবলৈ ইয়াত কি আছে !

প্ৰেমময়ি জননি ! কি অক্ষয় অনন্ত প্ৰেম অকাতৰে তোমাৰ সন্তানসকলৰ মাজত বিলাই দিছা। মানুহে সামান্য উপকাৰ কৰিলে, সামান্য ৰকমে সহায় কৰিলে আমি মুখেৰে কিমান ধন্যবাদ দিওঁ, অন্তৰেৰে কিমান কৃতজ্ঞ থাকোঁ, আৰু তুমি প্ৰেমত আবদ্ধ হৈ আমাৰ কল্যাণৰ বাবে অহৰহ ব্যস্ত হৈ আছা,—বিৰাম নাই, বিশ্ৰাম নাই। আমাৰ নিমিত্তেই তোমাৰ প্ৰকৃতিৰ কৰ্ম্মচক্ৰ ঘূৰিব লাগিছে, আমাৰ জীৱন ৰক্ষাৰ নিমিত্তে তোমাৰ বায়ু, তোমাৰ পানী, তোমাৰ পোহৰ, তোমাৰ তাপৰ অক্ষয় ভাণ্ডাৰ মুক্ত হৈ আছে, মানুহৰ সৃষ্ট সামান্য আৰু বিজুলীৰ পোহৰৰ নিমিত্তে আমি কৰ দিব লাগে আৰু আমি কেনে বিনামূল্যে তোমাৰ এই প্ৰকৃতিৰ অক্ষয় সম্পত্তি সকলোৱে সমান

ভাবে উপভোগ কৰিছোঁ ; ইমান প্ৰেমৰ ধাৰ শোধাবলৈ আমি কোনো চেষ্টা নকৰোঁ, তোমাক অন্তৰৰপৰা ধন্যবাদ নিদিওঁ, তোমাক ভক্তিপুষ্পৰ অঞ্জলিৰে পূজা নকৰোঁ, এনে অপৰাধ যেন, হে পৰম পিতা ! আমাৰ চিন্তাই চুকিও নাপায়গৈ ।

তুমি আমাক জীৱন দান দি আমাক গৌৰবান্বিত কৰিছা, তুমি কিমান আনন্দ, কিমান প্ৰেমৰ মাজেদি আমাৰ আত্মাক বিকাশ প্ৰাপ্ত কৰিছা—আমি কি তোমাৰ এই আনন্দ, এই প্ৰেম শ্ৰদ্ধাৰে সৈতে তোমাৰ চৰণত অৰ্পণ নকৰিম ? তোমাৰ উপাসনা কৰি কৃতাৰ্থ নহম ? ৬ ॥



তুমি পৰম সত্য, অসীম আকাশ পূৰ্ণ কৰি তুমি সত্য, অনাদি অনন্ত কাল ব্যাপি তুমি সত্য, জড় জগতত মহা-শক্তিৰূপে তুমি সত্য, প্ৰাণীজগতত মহাপ্ৰাণৰূপে তুমি সত্য, মানুহৰ আত্মাত পৰম চৈতন্যৰূপ ধৰি তুমি সত্য মানব সমাজত পিতাস্বৰূপে তুমি সত্য, তোমাৰ সত্তাতে সকলোকে ব্যাপ্ত দেখি সত্যস্বৰূপ তোমাক নমস্কাৰ কৰোঁ ।

অনন্ত জ্ঞানময় দেৱতা তুমি, অগণন গ্ৰহ নক্ষত্ৰ তোমাৰ জ্ঞানত শূণ্য পথত চালিত হৈছে—তোমাৰ নিয়মেই প্ৰাকৃতিক সকলো ঘটনা আৰু মানৱ ইতিহাসৰ প্ৰত্যেক পৃষ্ঠা লিখা হৈছে । তোমাৰ ভয়ত সূৰ্য্যই পোহৰ দিয়ে, অগ্নিয়ে তাপ দিয়ে, বতাহ বলে, এনেকি তোমাৰ ভয়ত মৃত্যুয়েও সময় নগণি অপ্ৰত্যাশিত ভাবে আহি আমাৰ প্ৰিয়জন আৰু বন্ধু-বান্ধবক কাঢ়ি নিয়ে ; সিও তোমাৰ মঙ্গল শাসনৰ অধীন । তোমাৰ অনন্ত জগতৰ ৰহস্য আমি কি বুজিম, আমাৰ কি শক্তি আছে ! তোমাৰ এই অনন্ত ব্ৰহ্মাণ্ডৰ মাজত আমাৰ পৃথিবী কিমান ক্ষুদ্ৰ ! শিশুৰ হাতৰ পুতলাৰ নিচিনা তুমি যাক শূণ্যমাৰ্গত ঘূৰাই লৈ ফুৰাইছা, এই পৃথিবীৰ মাজত আমি আকৌ পৰুৱাতকৈও কিমান ক্ষুদ্ৰ কীটাণুকীট আমি, সেই বাবেই আমাৰ পৃথিবী কাঁড়ৰ নিচিনা সোঁ সোঁকৈ দিন ৰাতি নগণি গৈ থাকিলেও আমি গমকে নেপাওঁ ; আমাৰ দৃষ্টি শক্তিয়েই বা কিমান দূৰ যায়,—আমি কিমান মিছাভ্ৰমত পতিত হব লগা হওঁ— জোনতৰা আমাৰ ওচৰত মাটিৰ চাকিৰ দৰে

ধিমিক ধিমিক জ্বলে ; আমাৰ আহাৰ নিদ্ৰাও পশু জগতৰ পৰা ভিন্ন নহয় ; চৰাইৰ দৰে আমি উৰিব নোৱাৰো, ঘোঁৰাৰ নিচিনাকৈ আমি দৌৰিব নোৱাৰোঁ, হাতীৰ নিচিনা আমি ভীষণাকৃতিৰ নহয়, সিংহৰ নিচিনা আমি বলবান নহয়— প্ৰাণী জগতৰ ভিতৰতেই আমাৰ ঠাই কিমান তলত ! আমি ইমান ক্ষুদ্ৰ যে তোমাৰ অসীম তত্ব কিৰূপে বুজিম ? তথাপি আমাৰ এইখিনিয়ে সামৰ্থ্য আছে যে আমি তোমাৰ ওচৰ চাপি আহি আমাৰ মহত্ব অনুভৱ কৰি নিজে নিজে গৌৰবান্বিত হওঁ । তুমি আমাৰ পিতা ! আমি মানুহ তোমাৰ প্ৰেমাষ্পদ সন্তান । দয়াশীল তুমি, তুমি দয়া কৰি তোমাৰ মহিমা আমাৰ ওচৰত প্ৰকাশ কৰিছা, সেই বাবেহে আমি অতি সামান্য জ্ঞানৰ জ্যোতিতো তোমাৰ তত্ব দেখা পাওঁ, আবিস্কাৰ কৰিব পাৰো, সেই বাবেহে আমি তোমাৰ প্ৰকৃতিৰ নিয়ম জানি তাপ, পোহৰ আৰু বিজুলী শক্তিক মানব সমাজৰ দাসৰূপে নিয়োজিত কৰিব পাৰিছোঁ । তুমি যেনেকৈ প্ৰকৃতিৰ অন্ধশক্তিৰ অবলম্বনস্বৰূপে আছা, তেনেকৈ মানুহৰ চেতনা-শক্তিৰ মূলতো তোমাৰেই অনন্ত জ্ঞান । তোমাৰ পুৰণি কলীয়া এই জগৎ হাজাৰ হাজাৰ বছৰ ধৰিও একেভাবেই চলিছে, কিমান বিকাৰ, কিমান পৰিবৰ্ত্তনৰ মাজতো ইয়াৰ মূলতত্বৰ, সনাতন নিয়মৰ অনুমাত্ৰাও বিনাশ হোৱা নাই । মানুহেতো ইয়াক পুৰণি কলীয়া বুলি ভাবি, বিৰক্তি প্ৰকাশ নকৰে ; তুমি যে ইয়াক বিচিত্ৰ ৰং, গন্ধ গীত, আস্বাদ,



আৰু সৌন্দৰ্য্যেৰে নিত্য-নতুন ভাবে সজাইছা । মানুহে কিমান অৰ্থ, ব্যাখ্যা, কিমান বিজ্ঞান দৰ্শন, কাব্যকলাৰ সৃষ্টি কৰিছে, তথাপি ইয়াৰ শেষ সীমা বিচাৰি উলিয়াব পৰা নাই । মানুহৰ আত্মাত তুমি কি ইমান আগ্ৰহ জগাই তুলিছা যে তেওঁৰ জ্ঞান, তেওঁৰ শক্তিয়ে তোমাৰ অন্তৰৰ লগত এক হবলৈ বিচাৰে, আৰু এই বাবেই ইমান শিল্প, ইমান কল-কাৰখানা, এনে বিজ্ঞানৰ উদ্ভাবনা । মানুহে নিজৰ শক্তি আৰু মহিমাৰ পাৰ পাবৰ নিমিত্তে সদায় পুৰুষাৰ্থ কৰিব লাগিছে, তোমাৰ প্ৰকৃতিৰ সকলো তত্বতে তত্বজ্ঞ হৈ, তোমাৰ ৰাজত্বৰ মাজত নিজৰ শাসন প্ৰতিষ্ঠিত কৰি তোমাৰ সন্তানৰ গৌৰব সাৰ্থক কৰিবলৈ বিচাৰিছে । মানুহে কিমান অনুবীক্ষণ দূৰবীক্ষণৰ সহায়েৰে দৃষ্টিশক্তি প্ৰসাৰিত কৰে, পৰ্ব্বতৰ বুকু ভেদ কৰি গাৰী চলায়, সাগৰৰ ঢৌ ঠেলি জাহাজ চলায়, আকাশী যানেৰে আকাশত উৰিব পাৰে । বেপাৰ-বাণিজ্যৰ সূত্ৰত এখন দেশৰ লগত আন এখন দেশৰ যোগ হৈছে ; বিভিন্ন ধৰ্ম্ম, বিভিন্ন ভাষা বিভিন্ন জাতি তোমাৰ এই মহাবিশ্বৰ প্ৰাঙ্গনত এক উদাৰ নীল আকাশৰ তলত ঠিয় হৈ পৰস্পৰে পৰস্পৰক ভাই ভাই বুলি চিনি পাইছে । ই কি ৰহস্যময় বিধান, তুমি ইয়াৰ ভিতৰেদিয়েই কোন সুদূৰ ভৱিষ্যতৰ স্বৰ্গৰাজ্যৰ ফালে বাট দেখুৱাই লৈ গৈ আছা, যেতিয়া সকলো বাদ-বিসম্বাদ, ৰণ ৰক্তপাত থামিব, ধনী দৰিদ্ৰৰ স্ত্ৰীপুৰুষৰ অধিকাৰত সাম্য

আৰু ন্যায় বিৰাজ কৰিব, যেতিয়া প্ৰেম, পুণ্য, শান্তি আৰু আনন্দ প্ৰতিষ্ঠিত হব। প্ৰেমময় পিতা! যেনেকৈ জাতিগত ভাবে মানবশিশুক তোমাৰ জ্ঞানপথত উন্নত কৰি লৈ গৈছা, তেনেকৈ ব্যক্তিগত ভাবে আমাৰ প্ৰত্যেকলৈ তোমাৰ প্ৰেমৰ ভঁৰাল উন্মুক্ত হৈ আছে— আমি প্ৰতিদিনে আহাৰ-পানীত, বায়ু-পোহৰত, ৰং-ধেমালিত, বিদ্যালয়ত, কৰ্ম্মক্ষেত্ৰত, সমাজত, পৰিবাৰত কিৰূপে তোমাৰ মধুময় প্ৰেম ভোগ কৰিছোঁ। আমাৰ নিমিত্তে তোমাৰ আকাশ কিমান বিচিত্ৰ বৰণেৰে ৰঞ্জিত হৈছে, কিমান সূৰ্য্যোদয় সূৰ্য্যাস্ত আৰু পূৰ্ণিমাৰ পোহৰে পৃথিবীক সৌন্দৰ্য্যেৰে ভৰপূৰ কৰিছে! বাগিছাৰ গছ-লতা, ঘাহ পথাৰৰ সেউজীয়া কোমল লতা, ফুলৰ শোভা আৰু গোন্ধ, চৰাইৰ নৃত্যগীত, পিতা-মাতাৰ স্নেহ, স্বামী-স্ত্ৰীৰ ভালপোৱা, ভাই ভণীৰ প্ৰীতি এই সকলোৰে ভিতৰেদিয়েই অনন্তভাবে তোমাৰ প্ৰেম আমি সংসাৰত উপভোগ কৰিছোঁ। তুমি অখিল ব্ৰহ্মাণ্ডৰ অধিপতি, ৰাজৰাজেশ্বৰ অথচ তোমাৰ অন্তঃপুৰতো আমাৰ প্ৰবেশৰ কোনো বাধা নাই। পৃথিবীৰ ৰজামহাৰজাৰ লগত দেখা কৰিবলৈ কিমান বিষয়া, কিমান খাটনি তুৰবীক কৰিব লগা হয়, কেনে চাফ-চিকুণ সুন্দৰ সাজপাৰ পিন্ধিব লগা হয়, ৰজাৰ লগত কথা পাতিবৰ নিমিত্তে কিমান ভাষা, কিমান ভদ্ৰতা, কিমান কৌশল শিকিব লগা হয়, কিন্তু তোমাৰ ওচৰলৈ যাবলৈ হলেতো কোনো খাটনিয়াৰৰ আবশ্যক নহয়, কোনো সাজপাৰ,



কোনো ভাষাৰ আৱশ্যক নহয়। আমাৰ মলিনতা দৰিদ্ৰতা সকলোকে তুমি জানা। তুমি চিৰকালেই ব্যাকুল আত্মা আৰু সৰল প্ৰেমিক হৃদয়ৰ ওচৰত ধৰা দিছা। কোনো আন্তৰিক প্ৰাৰ্থনা তোমাৰ দুৱাৰত ব্যৰ্থ হোৱা নাই। তুমি সামান্য ফুল এটা ফুলাবলৈকো এনে ব্যৱস্থা কৰিছা যে যি ফুল আজি আছে সি কাইলৈ নাই, দুদিনৰ পাচত শুকাই মৰহি যাব, মাটিৰ লগত মিহলি হৈ যাব, সেই ফুলতো তুমি এনে গোন্ধ, এনে বৰণ দি তাক ফুলাই তুলিছা, তাকেই অঙ্কুৰিত আৰু বিকশিত কৰিবলৈ বতাহ-পোহৰ, পানী-তাপ, নিয়ৰ ববষুণৰ আয়োজন কৰিছা, তেনেস্থলত আমাৰ অন্তৰত যিবিলাক পৱিত্ৰ আকাঙ্ক্ষা জাগে, যিবিলাক বিমল সঙ্কল্পৰ উদয় হয়, সেইবিলাক কাৰ্য্যত পৰিণত কৰিবলৈ কোনো ব্যৱস্থা, কোনো আয়োজনো নকৰিবা নে? ধৰ্ম্ম জগতৰ বুৰঞ্জীত বুদ্ধ, যিশু, মহম্মদ, নানক, চৈতন্য, কবীৰ, শ্ৰীশঙ্কৰ, ৰামমোহন আদিৰ পুণ্য জীৱনত তোমাৰ স্বৰ্গীয় শক্তিৰ পৰিচয় দিছা, তেওঁবিলাকে যি আকাঙ্ক্ষা কৰিছিল তোমাৰ মঙ্গলময় বিধানমতে সি আজি পূৰ্ণ হৈছে; সাধুভক্ত সকলৰ ব্যাকুল প্ৰাৰ্থনা তুমি যুগে যুগে শুনি আহিছা, আজি আমাকো তেওঁলোকৰ স্বৰ্গীয় ভাৱত অনুপ্ৰাণিত কৰা, আমি তোমাৰ মঙ্গলময়ৰাজ্যৰ বিস্তাৰ আৰু প্ৰতিষ্ঠাৰ নিমিত্তে তোমাৰ ওচৰত যি প্ৰাৰ্থনা কৰিছোঁ তাক পূৰ্ণ কৰা; তুমি আমাক সকলোকে বল দিয়া, শক্তি দিয়া। ৭॥

অন্নৰ পৰাই জগতৰ উৎপত্তি, অন্নতে জগতৰ স্থিতি, অন্নতেই লয়—তুমি অন্নময় ব্ৰহ্ম। যেতিয়া মানুহ সৃষ্ট হোৱা নাছিল, যেতিয়া কোনো প্ৰাণীৰে সমাগম নাছিল, তেতিয়া কেৱল জড় উত্তপ্ত বাষ্পগোলকৰূপ ব্ৰহ্মাণ্ডই তোমাৰ সৃষ্টিৰ প্ৰথম সঙ্গীত গাই গাই নৃত্য কৰিছিল, তেতিয়া তুমি ইয়াৰ ভিতৰতে বায়ু, পানী, মাটি গঠন কৰিলা,—তাপ আৰু পোহৰ প্ৰেৰণ কৰিলা—অন্ধকাৰ দূৰ হ'ল, ভৱিষ্যতলৈ প্ৰাণীসকলৰ বাসোপযোগী সকলো অৱস্থাৰ সমাৱেশ হ'ল—তেতিয়াও তুমি অন্নৰ দ্বাৰাই জগৎ পূৰ্ণ কৰি ৰাখিলা। এই অন্নৰ পৰা প্ৰাণ, প্ৰাণৰ পৰা মন, মনৰ পৰা বিজ্ঞান, বিজ্ঞানৰ পৰাই আনন্দ—সকলো সম্ভৱ হ'ল। আকৌ আনন্দ যেতিয়া অদৃশ্য হব, বিজ্ঞান যেতিয়া লুপ্ত হব, মন যেতিয়া প্ৰাণৰ লগত মিলিত হৈ যাব, প্ৰাণ যেতিয়া বিলীন হৈ যাব, তেতিয়াও কেৱল অন্নই তোমাৰ প্ৰলয়ৰ শেষ সঙ্গীত গাই গাই তোমাৰ মাজত নিজকে হেৰুৱাব। জিজ্ঞাসু শিষ্যই এই বাবেই তপস্যাৰ প্ৰথম স্তৰতে তোমাক অন্নময় ব্ৰহ্ম বুলি স্বীকাৰ কৰিছে; অন্নৰ মাজতেই প্ৰাণ, মন, বিজ্ঞান আৰু আনন্দৰ বীজ লুকাই আছে, এই বাবেই অন্নত সকলো জীৱৰ, সকলো চেতনৰ আৰু সকলো দেৱতাৰ তৃপ্তি। আমি প্ৰতি-দিনে যি অন্ন গ্ৰহণ কৰোঁ, তাৰ মাজতে তোমাৰ অধিষ্ঠান; এইবাবে আমাৰ খাদ্য ৰক্ত-মাংস-অস্থিত পৰিণত হৈ প্ৰাণ-শক্তিৰ পুষ্টিসাধন কৰে। আমাৰ অন্ন তোমাৰ ভৌতিক



উপাদান—মাটি, পানী, জুইৰ পৰাই প্ৰস্তুত হয়, তুমি সকলো ভূততে অন্নৰূপে বিৰাজ কৰিছা,—তোমাক নমস্কাৰ। ৮॥

তুমি জগতৰে প্ৰাণ, আমাৰ প্ৰাণৰ প্ৰাণ—বিশ্বভুৱন তোমাৰ দেহ, আমি তোমাৰ দেহৰ পৰমাণু। পানীৰ বুৰবুৰণিৰ নিচিনা কিমান প্ৰাণ তোমাৰ বুকুত দৃশ্যমান হৈছে আৰু তাতেই অদৃশ্য হৈ গৈছে। এক বিন্দু পানীতে লক্ষ লক্ষ প্ৰাণ ভাহি আছে, মাটিৰ গৰ্ভতো প্ৰাণময় বীজ অঙ্কুৰিত হৈ শস্য, তৃণ, গছ, লতা, ফল ফুলেৰে ধৰাক পৰিবৃত্ত কৰিছে; ধ্বংস নাই, ক্ষয় নাই, জীৱনৰ সোঁত চিৰকালেই বৈ আছে—এদল আহে আৰু আন এদল যায়,—জন্ম মৃত্যুৰ অনুক্ৰমত দিনৰ পাচত দিন আহি আছে গৈ আছে, বিৰাম নাই, বিশ্ৰাম নাই—অনন্ত প্ৰাণৰ ভৰাঁল তুমি, অনন্তকাল এই সৃষ্টিৰ কাৰ্য্যত ব্যাপৃত আছা, অনন্তলোকত তোমাৰ সৃষ্টিলীলা প্ৰকাশিত কৰিছা। তুমি প্ৰাণৰূপে আছা বুলিয়েই আমি জীয়াই আছো। তুমি আমাৰ জীৱনীশক্তিৰ পথপ্ৰদৰ্শক হৈছা বুলিয়েই আমাৰ মনৰ চিন্তা, বাক্য আৰু কৰ্ম্ম সম্ভৱ হৈছে। তুমি কি কৌশলেৰে, কি নিয়মেৰে আমাক এই সংসাৰলৈ আনা, কিৰূপে আমাক পালন কৰা, আকৌ তোমাৰ কাৰ্য্য শেষ হলে কি সঙ্কেতত কলৈ লৈ যোৱা—আমি তাৰ একোকেই নুবুজো, একোকেই নাজানো। বৈজ্ঞানিকেও জীৱনসংগ্ৰামৰ ভয়ানক কঠোৰতা দেখি ভীত হয়, জীৱনযুদ্ধত পৰাজিত অসংখ্য অসহায় প্ৰাণী স্থানাভাৱত, খাদ্যাভাৱত

মৃত্যুক আলিঙ্গন কৰে, যোগ্যতমে জয় লাভ কৰি আকৌ জীৱনসোঁতৰ চলাচলত সহায় কৰে, বংশ বৃদ্ধি কৰে—এই প্ৰাণৰ পৰাই জগতৰ উৎপত্তি, প্ৰাণতেই জগতৰ স্থিতি, প্ৰাণতেই জগতৰ লয়;—হে মহাপ্ৰাণ, তোমাক নমস্কাৰ। ৯॥

আমাৰ মনৰ মন তুমি, পাঁচোটি ইন্দ্ৰিয়ৰ দ্বাৰ উন্মুক্ত ৰাখি বাহ্যিক জগতৰ লগত আমাৰ সংযোগ প্ৰৱৰ্ত্তাইছা, সেইবাবেই আমি তোমাৰ এই শোভিত, সুখপূৰ্ণ পৃথিৱীক জানিছো, উপভোগ কৰিছো। শৰীৰৰ লগত আমাৰ প্ৰাণৰ অবিচ্ছেদ্য সম্বন্ধ, আকৌ প্ৰাণৰ লগত মনৰ আৰু বেছি সূক্ষ্ম সম্পৰ্ক,—তুমি এই তিনি শক্তিৰ মিলনৰ দ্বাৰাইহে মানৱ-সমাজৰ সকলো ঘটনা ঘটাইছা, বুৰঞ্জী তাৰ সাক্ষী, তাৰ প্ৰমাণ। প্ৰাণ-ৰক্ষাৰ দায়তহে জীৱ-জন্তুৰ চেষ্টা, যত্ন; প্ৰাণ উপভোগ কৰিবলৈহে সিহঁতৰ যত হাঁহি-ধেমালি, আকৌ এই প্ৰাণৰ সংস্পৰ্শতেই বহিৰ্জগতৰ আৰু অন্যান্য প্ৰাণীৰ লগত পৰিচয়। জীৱনী-শক্তিৰ চালনাৰ পৰাই চৈতন্যৰ—জ্ঞানময়, ইচ্ছাময় মনৰ অভিব্যক্তি। বৰ্ণ, গন্ধ, শব্দ, ৰস আৰু স্পৰ্শৰ পৰা ইন্দ্ৰিয়তত্ত্ব জানি আমাৰ মনে ইবিলাকৰ বিচিত্ৰ সংমিশ্ৰণত যিমান বিজ্ঞানৰ সত্য—আবিষ্কাৰ কৰে; আকৌ ধাৰণা, স্মৃতি, কল্পনা, অনুমান প্ৰভৃতি অতীন্দ্ৰিয় জ্ঞানৰ যন্ত্ৰ প্ৰয়োগ কৰি তোমাৰ জ্যোতিৰ্ম্ময় পুৰুষৰ সন্ধান লয়। মানুহে সমাজৰ সহযোগিতাৰ বলত ভাষাৰ উন্নতি কৰে, চিন্তা আৰু ভাৱৰ আদান-প্ৰদান কৰে, নিজৰ ইচ্ছাক কাৰ্য্যত পৰিণত কৰে। কিমান সুখ-দুখে, আশা-ভয়ে,



হিংসা-প্ৰেমে, সহানুভূতি-অহঙ্কাৰে মানুহৰ মনোময় জীৱনত প্ৰতিযোগিতা কৰে! কিমান আকাঙ্ক্ষা, কামনা, বাসনা আদিয়ে সেইবিলাকক ইন্দ্ৰিয়ৰ অধীন কৰে আৰু ইন্দ্ৰিয়ৰ আধিপত্য স্থাপন কৰে—এই জ্ঞানভাৱ ইচ্ছাৰ মূলতে মনোময় ব্ৰহ্ম তুমি,—তোমাক নমস্কাৰ। ১০॥

বিজ্ঞানময় পুৰুষ তুমি, বাক্য-মনৰ অতীত জ্যোতিৰ্ম্ময় লোকত মানুহৰ বিজ্ঞানাত্মাতেই তোমাৰ নিত্যপ্ৰকাশ। অন্ন, প্ৰাণ আৰু মন লৈ যি সকল সন্তুষ্ট, সেইসকলে তাত প্ৰৱেশ কৰিব নোৱাৰে। যি শাৰীৰিক অভাৱৰ ওপৰত জীৱনৰ উপভোগতকৈ ওখত থকা, মনৰ সুখদুখ বিকাশৰ অতীত ৰাজ্যত আত্মচৈতন্যত সকলো সময়তে স্থিত হয়, এক বিজ্ঞানাত্মাৰ অধীনত সকলো চিন্তা, সকলো ভাৱ, সকলো ইচ্ছা, বাক্য আৰু কাৰ্য্যক নিয়মিত কৰে, সিবিলাকে তোমাৰ সাক্ষাৎস্বৰূপ জানিবলৈ সমৰ্থ হয়, তোমাৰ লগত সখ্যসূত্ৰত আৱদ্ধ হব পাৰে। তেওঁলোকৰ ওচৰত তোমাৰ উন্নত সত্য প্ৰকাশিত হয়। প্ৰকৃতিৰ অন্তঃস্থলত আৰু মানৱ সমাজৰ অন্তৰালত তোমাৰ যিবিলাক জ্ঞানময়-মঙ্গলময়-শক্তি আৰু নিয়মে কাৰ্য্য কৰিছে সেইবিলাকৰ লগত তেওঁলোক পৰিচিত হয় আৰু তোমাৰ এই সৃষ্টি ৰক্ষা আৰু স্বৰ্গ-ৰাজ্য গঠনত তেওঁলোক সহযোগী হয়। আত্মা কি বস্তু, আধ্যাত্মিক জীৱনৰ কি নিগূঢ় ৰহস্য—এইবিলাক তত্ত্ব তেওঁলোকৰ দিব্য-চক্ষুৰ আগত প্ৰকাশিত হয়, তেওঁবিলাকে মানৱসমাজৰ পথ নিৰ্দ্দেশ কৰিবৰ নিমিত্তে ধ্ৰুৱ-

তৰাৰ দৰে সময়ৰ আকাশত নানাশাস্ত্ৰ আৰু উপদেশৰ উজ্জ্বল পোহৰ জগতত বিস্তাৰ কৰে। সেই বাবে আমি তেওঁবিলাকক ঋষি বুলি পূজা কৰোঁ। যুগে যুগে তুমি এনে যোগী-ঋষি-সকলক পৃথিৱীলৈ পঠাই দি তোমাৰ বিজ্ঞানাত্মাৰ প্ৰকাশ-সাধন কৰা,—মানুহৰ দৰ্শন-বিজ্ঞান, নীতি-ধৰ্ম্ম আৰু শিল্প-কলাই তোমাৰ পূৰ্ণ-জ্ঞান, প্ৰেম আৰু সৌন্দৰ্য্য আবিষ্কাৰ কৰে। বিজ্ঞানৰূপী পৰমাত্মা তোমাক নমস্কাৰ। ১১॥

সকলো সাধনা, সকলো তপস্যাৰ চৰম সীমাত ভক্তসকলে যি ঠাইত তোমাৰ লগত মিলিত হয়, সেই ঠাইকে সকলো শাস্ত্ৰতে আনন্দলোক বোলা হয়। তাত তোমাৰ পূৰ্ণ আনন্দৰ ধাৰা উথলি পৰিছে, আৰু অমৰ সকলে তাৰে সাধনা কৰি অমৰত্ব লাভ কৰিছে। মানুহে সুখ দুখ বুলি হাবাথুৰি খাই বলিয়াৰ দৰে ঘূৰি ফুৰিছে, কিন্তু প্ৰকৃত সুখৰ নিজৰা ক'ত তাক নাজানে। দুখ কষ্ট নাথাকিলেই কিছুমানে নিজকে সুখী বুলি বিবেচনা কৰে ;—সুখ তেওঁৰ ওচৰত অভাৱাত্মক। আকৌ ইন্দ্ৰিয়ৰ ভোগ-বাসনা চৰিতাৰ্থ হলেই কোনোৱে সুখৰ শেষ সীমাত উপস্থিত হয়গৈ ; —তেওঁলোকৰ সুখ সাময়িক প্ৰবৃত্তিৰ ক্ষণিক আমোদৰ সমষ্টি মাথোন। এই সুখৰ লগত দুখ-যন্ত্ৰণা, ৰোগ-মৃত্যু অবিচ্ছেদ্য ৰূপে জড়িত! ইয়াৰ ওপৰত যি বিজ্ঞানাতীত আনন্দ, পূৰ্ণজ্ঞান আৰু শক্তিৰ বিকাশৰ পৰাই যি আনন্দময় জীৱনৰ আনন্দ—সেই আনন্দই তোমাৰ নিত্যধামৰ আনন্দ,—তাৰ লগত কোনো কাম, কোনো



কামনাৰ সংস্পৰ্শ নাই ; কোনো অভাৱ, কোনো অশান্তি, কোনো উদ্বেগ, কোনো আকাঙ্ক্ষা, কোনো দুখ, কোনো নিৰাশা সেই ঠাইত উপস্থিত হব নোৱাৰে। সেই আনন্দ কেৱল নিজক নিঃশেষকৈ দান কৰি মানৱ-সমাজৰ সেৱাত জীৱনক নিয়োজিত কৰিয়েই সাৰ্থক হয়। এনেকুৱা বিশুদ্ধ, নিৰ্ম্মল, নিৰ্ভয়, অক্ষয়, অমৰ আনন্দৰ পৰাই তুমি জগৎ সৃষ্টি কৰিছা, পালন কৰিছা। মানৱ-সমাজৰ সকলো প্ৰেম আৰু প্ৰকৃতিৰ সকলো সৌন্দৰ্য্য এই আনন্দৰে ছাঁয়া মাত্ৰ। হে আনন্দময়,—তোমাক নমস্কাৰ। ১২॥

তোমাৰেই ফুল তোমাৰ সূতাৰে মালা গাথি তোমাৰ চৰণত উপহাৰ দিওঁ। তোমাৰ পোহৰতেই তোমাৰ চকুৰ সহায়তে তোমাক দেখোঁ, তোমাৰেই বায়ুৱে শব্দৰ ঢৌ আনি তোমাৰ প্ৰদত্ত কাণত আঘাত কৰে—তেতিয়াহে আমি শুনো ; তোমাৰেই ভাৱে, তোমাৰেই ভাষাই, তোমাৰেই প্ৰদত্ত জিহ্বাক আশ্ৰয় কৰি আমাৰ বাক্য ৰচনা কৰে ; তোমাৰেই প্ৰদত্ত মস্তিষ্ক তোমাৰ স্নায়ু, তোমাৰেই প্ৰদত্ত মাংসপেশীৰ সহায়ত আমি হাত-ভৰি সঞ্চালিত কৰোঁ ; তুমি প্ৰাণ ৰূপে ধমনীত ৰক্ত-চালনা কৰা, পাকস্থলীত খাদ্য জীৰ্ণ কৰা, মস্তিষ্ক আৰু মনৰ মাজত তুমিয়েই সংযোগ স্থাপন কৰা, —সেই বাবেই আমি জীয়াই আছোঁ, চিন্তা কৰিব পাৰিছোঁ। তুমি আমাৰ চকুৰ জ্যোতি, কাণৰ শ্ৰৱণ-শক্তি, কণ্ঠৰ বাণী, দেহৰ শক্তি, মনৰ চৈতন্য ; তুমি ব্যতীত আমি জড় পদাৰ্থ—অস্থি-মাংস-পিণ্ডহীন।

ক্ষুদ্ৰ মানৱ আমি— কি শক্তিৰ ওপৰত ভৰ দি তোমাক অস্বীকাৰ কৰিম? কি সম্বল লৈ "আমি', "আমাৰ" বুলি মোহমায়াচ্ছন্ন হৈ তোমাক পাহৰি যাম? তুমি যে কণাক দেখুৱা, কলাক শুনোৱা, বোবাৰ হতুৱাই বাক্য উচ্চাৰণ কৰোৱা, খোঁৰাক খোজ কাঢ়িবলৈ সমৰ্থ কৰোৱা—এইবিলাক জানো কেৱল কবিৰ কল্পনা? দিনে দিনে, মুহূৰ্ত্তে মুহূৰ্ত্তে যে তোমাৰ অপাৰ মহিমাত অসম্ভৱো সম্ভৱ হৈছে,—আমাৰ জীৱনেতো তাৰ জ্বলন্ত প্ৰত্যক্ষ প্ৰমাণ দিছে। ই অতি সত্য যে তুমি বিনে আমি চকু থাকিও অন্ধ, কাণ থাকিলেও কলা, মুখ থাকিলেও বোবা, আৰু হাতভৰি থাকিলেও বিকলাঙ্গ। তুমিয়ে আমাৰ জীৱনৰ উপাদান,—বায়ু পানী, পোহৰ, মাটিক তোমাৰ ইচ্ছাৰ অধীনত ৰাখিছাই; আমাৰ দেহৰ সংৰক্ষণ, তেজৰ চলাচল, খাদ্যৰ পৰিপাক, শ্বাস-প্ৰশ্বাস এইবিলাকো তোমাৰ হাততে আছে। আমাৰ জ্ঞানেন্দ্ৰিয় কৰ্ম্মেন্দ্ৰিয়ৰ সকলো মূল—ইথাৰৰ তৰঙ্গ, বায়ুৰ আন্দোলন, স্নায়ৱিক ক্ৰিয়া, মস্তিষ্কৰ কৰ্ত্তৃত্ব—এইবিলাকো তোমাৰ কৌশলতেই নিয়ন্ত্ৰিত হৈছে; আৰু প্ৰাকৃতিক জগতৰ, জড়-জীৱনৰ চেতনাৰ যাৱতীয় ভৌতিক আৰু আধ্যাত্মিক নিয়মো তোমাৰেই বিধান—আমাৰ কি আছে?

হে আদিকাৰণ; হে জগৎপতি; হে বিশ্বনিয়ন্তা, আমাৰ সকলো তোমাৰ হাততে—তুমি এটা ক্ষুদ্ৰ সীমাৰ ভিতৰত আমাক আৱদ্ধ কৰি ৰাখি তাতে ইফাল সিফাল কৰাৰ স্বাধীনতা



মাত্ৰ দিছা—আৰু এইখিনিতেই আমি তোমাক ইমান অশ্ৰদ্ধা কৰোঁ, ইয়াতেই আমি তোমাক অবিশ্বাস কৰি এই জগতক অন্ধ জড়-শক্তিৰ খেলা বুলি ভাবোঁ—কি লাজৰ কথা, আমাৰ ই কি বিড়ম্বনা! যোল অনাৰ পোন্ধৰ অনা তোমাৰ হাতত ৰাখি এক অনা আমাৰ হাতত দিছা,—তথাপি আমি তোমাৰ কথা নাভাবোঁ, তোমাক পূজা নকৰোঁ!—পাচ ফালে মহা অন্ধকাৰ,—অতীতত কি আছিলো নাজানো; সম্মুখত মহা অন্ধকাৰ, ভৱিষ্যতে কি হম তাকো নাজানো; বৰ্ত্তমানৰ এই দুদিনীয়া মানৱজীৱন,—তাৰ ওপৰতে আমাৰ ইমান আস্থা, ইমান অহঙ্কাৰ! হে ক্ষমাশীল পৰমপিতা! এই অপৰাধ ক্ষমা কৰা। ১৩॥

তোমাক চাবলৈ দূৰদেশলৈ তীৰ্থ-যাত্ৰা কৰিব নালাগে, তোমাৰ পূজাৰ নিমিত্তে কোনো পৱিত্ৰ মন্দিৰতো প্ৰৱেশ কৰিব নালাগে—তুমি যে সকলো দেশ, সকলো কাল ব্যাপি বিৰাজ কৰিছা। যেনেকৈ প্ৰকৃতিৰ শোভাত তুমি সত্য তেনেকৈ মানৱসমাজৰ সকলো সজ চেষ্টাতেই তুমি প্ৰকাশিত। আমি জানো কেৱল সাগৰৰ তৰঙ্গ-কল্লোলপূৰ্ণ উপকূলত অথবা পৰ্ব্বতৰ গুহাৰ গভীৰ নিস্তব্ধতাৰ মাজতহে তোমাৰ দৰ্শন লাভ কৰিম? তোমাক জানো কেৱল উৎসৱৰ আনন্দত অথবা মৃত্যুৰ কৰাল গ্ৰাসতহে স্মৰণ কৰিম? তুমি যে প্ৰতিদিনে আমাৰ ঘৰত, সমাজত, গীত বাজনাত, সকলো আমোদ প্ৰমোদতে তোমাৰ প্ৰেম নিঃশেষে দান কৰিছা। তাত জানো তোমাক দেখিবলৈ

নাপাম ? তুমি যে প্ৰত্যহ বায়ুপোহৰেৰে, আহাৰ-পানীৰে তোমাৰ নিজ হাতে আমাৰ জীৱন ৰক্ষা কৰিছা—তাৰ মাজতে জানো তোমাক নেদেখিম ? সংসাৰৰ ইমান আনন্দ, ইমান কাব্যনাট, উপন্যাস সৃষ্টি কিহৰ পৰা হয় ?—এটা পৰিয়ালৰ মাজলৈ এনে প্ৰেম, এনে শান্তি, এনে মাধুৰ্য্য কোন ঠাইৰ পৰা আহে ?--কিয় ? তুমি যে সকলো আনন্দ, সকলো প্ৰীতিৰ নিজৰা। তোমাৰেই স্বৰ্গীয় নিজৰাৰ পৰা পৃথিৱীলৈ এনে মনোমোহা বৰ্ণ, এনে গন্ধ, এনে সোৱাদ, এনে গীতৰ সোঁত প্ৰৱাহিত হয়, তোমাৰেই মধুৰ উৎসৰৰ কোলাহলত জগত মুখৰিত,— তুমি মঙ্গলময় বুলিয়ে জগতত ইমান শুভানুষ্ঠান। ইমান দয়া, ইমান সহানুভূতি তুমি মানুহৰ প্ৰাণত দিছা! পৃথিৱীত দুখ-দাৰিদ্ৰ্য, ৰোগ-যন্ত্ৰণা, পাপ-প্ৰলোভন আদি কিমান অমঙ্গল আছে, কিন্তু তোমাৰ স্বৰ্গীয় ভাৱৰ প্ৰেৰণাত মানুহে কিমান অনাথাশ্ৰম আতুৰাশ্ৰম, কিমান শিল্পশালা ৰুগ্নশালা প্ৰতিষ্ঠা কৰিছে; ব্যথিত জনৰ প্ৰাণত সান্ত্বনা দিবৰ নিমিত্তে, ৰোগীৰ শুশ্ৰূষাৰ নিমিত্তে, পাপী-তাপীক আশা আৰু বল দি পুণ্যৰ বাটত আগবঢ়াই দিবলৈ – কিমান শুভ আয়োজন হৈছে। জগতৰ সকলো ধৰ্ম্ম-বিধানে তোমাৰ বিশ্বজনীন প্ৰেমৰ আদৰ্শ লৈ, সকলো মানুহকে এক পৰিবাৰভুক্ত কৰিবলৈ জাতি-ধৰ্ম্ম, ভাৱ-ভাষা, সাজপাৰৰ বৈচিত্ৰ স্বত্বেও এক ভ্ৰাতৃত্বৰ ডোলত সকলোকে বান্ধিবলৈ চেষ্টা কৰিছে—ইয়াৰ মাজতো তোমাৰ মঙ্গলৰূপকেই দেখা পাওঁ। ১৪॥



তুমি একমাত্ৰ সত্য, এই জগৎ তোমাৰেই প্ৰকাশ; যেনেকৈ জড়-পদাৰ্থত, তেনেকৈ চেতন-শক্তিত, যেনেকৈ উদ্ভিদ-জগতত তেনেকৈ প্ৰাণীজগতত তোমাৰেই ৰূপৰ অভিব্যক্তি। চকু মেলিলেই তোমাৰ দৰ্শন লাভ হয়, আকাশে-পোহৰে তুমি বৰ্ত্তমান, আৰু আমাৰ চকুৰ আভ্যন্তৰিক দৃষ্টি আৰু মনৰ চৈতন্যতো তুমি বৰ্ত্তমান। তুমি আমাৰ অন্তৰত, তুমিয়ে আমাৰ বাহিৰত—সকলো ঠাই সকলো কাল ব্যাপি তুমি—আৰু আন কোনো দ্বিতীয় সত্তা নাই। যেনেকৈ অতীতত তেনেকৈ বৰ্ত্তমানত, যেনেকৈ এই পৃথিবীত, তেনেকৈ অনন্তসৌৰজগতত আৰু ব্ৰহ্মাণ্ড লোকত, ইহ আৰু পৰলোকত তুমি একমেৱাদ্বিতীয়ং। আমি প্ৰত্যেক ইন্দ্ৰিয়ৰ ক্ৰিয়াতে তোমাক জানিছো, আমাৰ প্ৰত্যেক বাক্য, চিন্তা আৰু কাৰ্য্যই তোমাৰেই সত্তাৰ পৰিচয় দিছে,—আমাৰ জীৱনটোৱেই তোমাৰ অস্তিত্বৰ, তোমাৰ জ্ঞানৰ, তোমাৰ শক্তিৰ আৰু তোমাৰ প্ৰেম পূৰ্ণ মঙ্গল ভাৱৰ অব্যৰ্থ প্ৰমাণ। আমাৰ শৰীৰৰ প্ৰতি ৰক্তবিন্দুৱে, লোমকূপৰ প্ৰতি স্বেদবিন্দুৱে, শ্বাস প্ৰশ্বাসৰ প্ৰত্যেক বায়ুচালনাই, জাগ্ৰত জীৱনৰ প্ৰত্যেক চিন্তাই তোমাক স্বীকাৰ কৰিছে; আমি মুখেৰে কওঁ বা নকওঁ—আমাৰ অন্তৰৰ সকলো আকাঙ্ক্ষা অনন্তকাল ব্যাপি তোমাৰ ফালেই ঢাল খাইছে;— এইবাবেই আমাৰ অলপত সুখ নাই, এইবাবেই আমি আমাৰ অস্তিত্বত তৃপ্তি লাভ নকৰো। জানি বা নাজানি আমি তোমাৰেই পূৰ্ণ সৌন্দৰ্য্য উপভোগ কৰিবলৈ, তোমাৰ লগত

আধ্যাত্মিক সংযোগ লাভ কৰিবলৈ—জন্মৰ পৰা মৃত্যুলৈ, মৃত্যুৰ পৰা মুক্তিলৈ—অনন্তকাল চেষ্টা কৰিছোঁ। ১৫॥

তুমি জ্ঞানময় দেৱতা, তোমাৰ জ্ঞানতে জগৎ সত্তাবান—তুমি চিন্তা কৰিছা, আৰু তাতেই জগতৰ সকলো ঘটনা ঘটিছে—তোমাৰ জ্ঞান সৃষ্টিৰ কাৰণ, তোমাৰ জ্ঞানতেই সৃষ্ট-বস্তুৰ স্থিতি আৰু তোমাৰ জ্ঞানতে সকলো বস্তু লয়প্ৰাপ্ত হৈছে। চাৰিওফালে তোমাৰ জ্ঞান বিস্তৃত, সৰ্ব্বভূততে চৈতন্য-ৰূপে তুমি আছা—বহুল বিচিত্ৰতাৰ মাজতো তোমাৰ জ্ঞানতে একত্ব প্ৰতিষ্ঠিত হৈছে। প্ৰকৃতিৰ নিয়মত তোমাৰ জ্ঞান, মানৱাত্মাৰ চিন্তাত তোমাৰ জ্ঞান; কিমান গণিত-ৰিজ্ঞানে তোমাৰ অনন্ত জ্ঞানৰ পৰিমাণ জানিবলৈ গৈ পৰাস্ত হবলগীয়া হৈছে। বুৰঞ্জীৰ আদিযুগৰ পৰাই দাৰ্শনিকসকলে তোমাৰ তত্ত্ব বুজিবলৈ চেষ্টা কৰিছে,—কিমান মত, কিমান যুক্তি আবিষ্কৃত হৈছে; কিন্তু, তুমি আগেয়ে যেনে অজ্ঞাত আছিলা এতিয়াও তেনে অজ্ঞাতে আছা। টোপা-টোপাকৈ সাগৰৰ পৰা পানী তুলি যেনেকৈ সাগৰ শুকুৱাব নোৱাৰি, তেনেকৈ মানুহে যুগে যুগে শাস্ত্ৰ আৰু শ্ৰুতি-স্মৃতিৰ সহায়ত তোমাক অলপ অলপকৈ জানিও তাৰ পাৰ পাব পৰা নাই। অনন্ত তোমাৰ জ্ঞান—এটা ক্ষুদ্ৰ ধূলিকণিকাৰ মাজতো তোমাৰ অনন্ত ব্ৰহ্মাণ্ডৰ ছবি লুকাই থৈছা,—প্ৰত্যেক মানুহৰ আত্মাতে তোমাৰ বিশ্বচৈতন্যৰ বীজৰোপণ কৰিছা। আমি যদি এটি সামান্য অণু-পৰমাণুৰো সকলো তথ্য জানিবলৈ ইচ্ছা কৰোঁ,



তেতিয়া হলেও আমি গোটেই জগতৰে বিশাল তত্ত্ব অন্বেষণ কৰিব লগা হয়। ১৬

সকলো পৰিৱৰ্ত্তনৰ মাজতো তুমি এক অপৰিৱৰ্ত্তনীয়। দিনৰ পাচত দিন আহে, এক সপ্তাহ যায়, আন এটা সপ্তাহৰ আৰম্ভ হয়,—পক্ষ, মাহ, ঋতু, বৰ্ষ সকলোৱে পৃথিৱীৰ বুকুত কিমান পৰিৱৰ্ত্তনৰ সাঁচ বহুৱাই গৈছে—, তুমি মহাকালৰূপ ধৰি অতীত বৰ্ত্তমান আৰু ভৱিষ্যতৰ মূলত থাকি নিৰ্ব্বিকাৰ ভাৱে সকলো দেখিছা, সকলো জানিছা। সকলো ঘটনাই তোমাৰেই স্বাভাৱিক জ্ঞানবল-ক্ৰিয়াৰ পৰিচয় দিয়ে, সকলো প্ৰকৃতিতে, সকলো সমাজতে তোমাৰেই অনন্ত লীলা প্ৰকাশিত হয়। মানুহৰ মনত অবিৰাম গতিৰে চিন্তাসোঁত বৈ আছে—এই মুহূৰ্ত্ততে যি ভাৱৰ আন্দোলনত চাৰিদিক কঁপি উঠিছে—পিচ মুহূৰ্ত্ততে সি অদৃশ্য হৈ মনক শান্ত, সমাহিত কৰিছে,—আজি যি ক্ষুদ্ৰ চিন্তাধাৰাৰ বীজ ৰোপন কৰিছোঁ, কাইলৈ সি অঙ্কুৰিত হৈ ভৱিষ্যতে ফলবান, পুষ্পবান বৃক্ষৰূপ ধাৰণ কৰি গোটেই জীৱনতে ব্যাপ্ত হৈছে। এই মানসিক পৰিৱৰ্ত্তনৰ মাজতো তুমি আত্ম-চৈতন্য প্ৰতিষ্ঠা কৰি ঐক্য বিধান কৰিছা। শিশু যুবা হয়, যুৱক বৃদ্ধ হয়, কিন্তু মানুহ একে মানুহৰূপেই থাকে। শৰীৰৰ তেজ-মাংসই কিমানবাৰ নতুন ৰূপ ধাৰণ কৰিছে,—কিন্তু মানুহ পুৰণি হৈয়ে থাকে। আমি যি ঠাইত বিচ্ছিন্নতা দেখা পাওঁ তুমি তাতো কাৰ্য্য-কাৰণৰ শিকলিৰে সংযোগ ৰাখিছা। বাষ্পৰ পৰা, ভাপৰ পৰা পানী হয়—পানীৰ পৰা মাটি হয়—

মাটিৰ পৰা শস্য হয় - শস্যৰ পৰা প্ৰাণ বৰ্দ্ধিত হয়—প্ৰাণৰ অভিব্যক্তিতে মনৰ বিকাশ হয়—তাপ আৰু পোহৰতে তাড়িতৰ পৰস্পৰ আদান-প্ৰদান চলিছে, শৰীৰৰ লগত মন, ব্যক্তিৰ লগত সমাজ, পৃথিৱীৰ লগত চন্দ্ৰ-সূৰ্য্য, জাতিৰ লগত আন এটা জাতি,—সকলো ব্ৰহ্মাণ্ডই এডালি সূতাৰে গঁথা—তুমি একমেবাদ্বিতীয়ং, নিত্য আৰু সত্য। ১৭॥

অন্তহীন দেৱতা, তোমাৰ জ্ঞান, তোমাৰ শক্তি এই বিচিত্ৰ জগতৰ মূলত বুলিয়েই এই জগৎ এনে সুন্দৰ, এনে ৰহস্যময়। কি অদ্ভূত ইয়াৰ ৰচনা কৌশল!—অনন্ত আকাশত, অনাদি কালতো ইয়াৰ বিস্তাৰ! কেনে বৰণ, কেনে গন্ধ, কেনে সোৱাদ, কেনে সঙ্গীতেৰে ইয়াক পূৰ্ণ কৰি ৰাখিছা—কি বিস্ময়কৰ সৃষ্টি তোমাৰ হে ভগৱান! সেউজীয়া ঘাঁহনিৰে আচ্ছাদিত প্ৰান্তৰত, তুষাৰমণ্ডিত ওখ পৰ্ব্বতৰ টিঙত, ভীষণ ঢৌৰে গৰ্জ্জি থকা সমুদ্ৰতো তোমাৰ কি গাম্ভীৰ্য্য, কি সৌন্দৰ্য্য প্ৰকাশ পাইছে। প্ৰকৃতিৰ যি ফালেই চাওঁ, সেই ফালেই তোমাৰ মহিমা। দিনে দিনে যি দেখোঁ, অভ্যাসৰ কাৰণে যাক পুৰণি বুলি ধৰা হয়, তাৰ বিষয়ে চিন্তা কৰিলেও তোমাৰ কিমান জ্ঞান, কিমান কৌশলৰ পৰিচয় পাওঁ,—পুৱাৰ পোহৰ, বতাহ, নীল-আকাশ, জুই-পানী, সাজ-পাৰ, আহাৰ-বিহাৰ—যি নহলে আমাৰ জীৱন নচলে—এনে প্ৰচুৰ পৰিমাণে প্ৰকৃতিৰ ভৰাঁলত ৰাখিছা, কোনো কাৰ্পণ্য নকৰি সকলোকে যোগাইছা! ইকি প্ৰভো!—বিজ্ঞান দৰ্শনেও একো কব নোৱাৰে - ওপৰত



মেঘৰ ছটা আকাশত ভাহি ফুৰে, কিমান বজ্ৰ বিদ্যুতে আমাৰ ভয় জন্মায়—এনে তাপ এনে তাড়িতৰ শক্তি, অগণন গ্ৰহ নক্ষত্ৰ—যিবিলাক ইমান দূৰত অৱস্থিত, যে আমাৰ পৃথিৱীতকৈ বহুগুণে ডাঙৰ হৈও ক্ষুদ্ৰ প্ৰদীপৰ দৰে ধিমিকি ধিমিকি জ্বলে। প্ৰভো! কি অদ্ভূত জগতত আমি বাস কৰোঁ, কিৰূপে মুহূৰ্ত্তে মুহূৰ্ত্তে অসংখ্য জীৱৰ সৃষ্টি হৈছে, অসংখ্য জীৱৰ বিনাশ হৈছে—কৰ পৰা আমাৰ প্ৰাণ আহে আৰু দুদিন পাচত কোন ফালে গুচি যায় - কিৰূপে শৰীৰৰ সকলো অঙ্গপ্ৰত্যঙ্গই পৰস্পৰৰ সহযোগিতা কৰে; শ্বাস-প্ৰশ্বাস, ৰক্তচালনা, খাদ্যপৰিপাক কি ৰহস্যময় নিয়মমতে সহজসাধ্য হৈছে—টোপনিত আমাৰ চৈতন্য কলৈ যায়, আকৌ জাগ্ৰত অৱস্থাতেই বা কিৰূপে ঘূৰি আহে, চক্ষুৰ দৰ্শন কাণৰ শ্ৰৱন নাক-জিভা-ছালৰ ইন্দ্ৰিয় ব্যাপাৰ কিৰূপে সম্ভৱ হৈছে, আমাৰ জ্ঞানক উন্মেষিত কৰিবলৈ কিমান পোহৰৰ ৰশ্মি, বায়ুৰ আন্দোলন আৰু ইথাৰৰ ঢৌ প্ৰাকৃতিক জগতত প্ৰৱাহিত হৈছে—আমাৰ শৰীৰ তোমাৰ অসীম জ্ঞানৰ প্ৰমাণ, আমাৰ শৰীৰ তোমাৰ পৱিত্ৰ মন্দিৰ। আকৌ মানস জগতত আৰু কিমান ৰহস্যময় ব্যাপাৰ চলিছে, কিমান চিন্তা, কিমান কল্পনা, কিমান বুদ্ধি, কিমান যুক্তি, কিমান ভাৱ, কিমান তাপ, কিমান আকাঙ্ক্ষা, কিমান বাসনা, সুখ-দুখ, আশা-ভয়, ধৰ্ম্ম-নীতি মনৰ ৰাজ্যত তোমাক পাবলৈ খেদি ফুৰিছে। আমি ইমান ক্ষুদ্ৰ, এই দেহ পিঞ্জৰত আবদ্ধ থাকিও মুক্ত আকাশত

প্ৰকৃতিৰ লগত যোগ স্থাপন কৰিছো, আমাৰ শক্তি প্ৰয়োগ কৰিবলৈ কিমান ৰাজনীতি, সমাজ-সংস্কাৰ, শিল্প-বিজ্ঞান সাহিত্যৰ বিকাশ সাধন কৰিছো! মৃত্যুৱে কিৰূপে আমাৰ শৰীৰৰ সকলো ক্ৰিয়া আৰু চৈতন্য লোপ কৰি দিয়ে, মৃত্যুৰ পাচত আমি কলৈ যাও,—একোকে নাজানো। আমি ইমান ক্ষুদ্ৰ, ইমান অজ্ঞ, কিন্তু, তুমি এনে মহান এনে জ্ঞানময়! আমি তোমাৰ সন্তান—সেইবাবেই আমি তোমাক ভয় নকৰোঁ। সেই বাবেই আমাৰ কোনো উদ্বেগ, অশান্তি নাই কাৰণ তুমি আমাৰ প্ৰেমময়ী মাতা। আকাশৰ তৰাক তুমি যি নিয়মে নিজৰ পথত চলাইছা আমাৰ জীৱনকো তুমি সেই নিয়মেই চলাবা। বননীৰ সৰু ফুলটি—আজি আছে কাইলৈ নাই—মুহূৰ্ত্ত কাল পাচতে মাটিত সৰি পৰিব—সেই ফুলটোতে তুমি এনে গন্ধ, এনে শোভা দিছা, আৰু আমাৰ জীৱন—যি অনন্তকাল তোমাৰ লগত বাস কৰিব—তাক জানো তুমি প্ৰস্ফুটিত কৰি নুতুলিবা? পখিলাৰ পাখিদুখনিক তুমি এনে সুন্দৰকৈ চিত্ৰিত কৰিছা, তাক দুদিনীয়া জীৱনত ইমান আনন্দ দিছা—তাৰ খাদ্য যোগাইছা—আৰু আমাৰ আত্মাক জানো তুমি জ্ঞান প্ৰেম পুণ্যেৰে ভূষিত নকৰিবা? আমাৰ আত্মাৰ আহাৰ পানীৰ তুমি বিধান নকৰিবানে? ইও সম্ভৱপৰ হব পাৰেনে? আমি যেতিয়া যথাৰ্থ ব্যাকুল হৈ সৰলভাৱে প্ৰাৰ্থনা কৰো, তেতিয়া তুমি উদাসীন হৈ থাকিব পাৰানে! ন্যায়ৱন্ত পৰম পুৰুষ তুমি পাপ পুণ্যৰ



বিচাৰ কৰা। আমাৰ প্ৰত্যেক চিন্তাকে তুমি জানা—তুমি আমাৰ জীৱনৰ পূজা গ্ৰহণ কৰা প্ৰভো! আমাৰ হৃদয়ত তোমাৰ আসন চিৰকাললৈ পাতি থোৱা। আমি সংসাৰৰ সকলো কামতে তোমাৰ সেৱাৰ আনন্দ লাভ কৰি ধন্য হওঁ।১৮॥

তুমি কি প্ৰকাৰৰ কেনেকৈ জানিম? তুমি অসীম মহান্ পুৰুষ, আমি ক্ষুদ্ৰ দুৰ্ব্বল মানুহ! আমাৰ জ্ঞানে যিমান দূৰ ঢুকি পায়গৈ—আমাৰ সেই বাক্য আৰু চিন্তাই তোমাক ভাবিবই নোৱাৰে,—তোমাক প্ৰকাশ কৰা দূৰৰ কথা। ক'ত তোমাৰ আদি, ক'ত তোমাৰ অন্ত—এই অনন্ত ব্ৰহ্মাণ্ডৰ সকলো ঘটনা দেখিছা, জানিছা—এই সৃষ্টি-ক্ৰিয়া চলাইছা, অসংখ্য জীৱ-জন্তুক আহাৰ-পানী যোগাই পালিছা, মানৱ-সমাজৰ সকলো অনুষ্ঠান মঙ্গল নিয়মেৰে শাসন কৰিছা; মানৱ-হৃদয়ৰ নিভৃত চিন্তা নীৰৱ অশ্ৰুজল আৰু গভীৰ দীৰ্ঘ নিশ্বাস গণনা কৰিছা—প্ৰকৃতিৰ সকলো ঘটনা নিজৰ হাতেৰে উৎপাদন কৰিছা; সৰ্ব্বজ্ঞ, সৰ্ব্বশক্তিমান, আদিকাৰণ, তোমাৰ ৰহস্য জানিব পাৰোঁ—আমাৰ কি সাধ্য আছে! ঘটনাৰ শিকলি অৱলম্বন কৰি, ইতিহাসৰ জখলা পাৰ হৈ, অতীতৰ অন্ধকাৰত বুৰ মাৰি চাওঁ— গোটেই জগৎ অদৃশ্য হৈ যায়— দেশ, কাল তোমাতে লয়প্ৰাপ্ত হয়, কেৱল এক জ্যোতিৰ্ম্ময় সত্যস্বৰূপ তুমি বৰ্ত্তমান থাকা। কি উপায়ে মহান শূন্যৰ মাজত ইমান গ্ৰহ-নক্ষত্ৰ ৰচনা কৰিলা, কি জ্ঞান-কৌশলেৰে এই জল-স্থল-বায়ুময় পৃথিৱী বিকাশ কৰি পশু-পক্ষী-মানুহৰ বাসস্থান তৈয়াৰ কৰিলা, কি মহাধ্যানত বহি কি সজ

ইচ্ছাত এই সৃষ্টিক পূর্ণতাৰ ফাললৈ বাঢ়িবলৈ উদগাই দিছা, ভৱিষ্যতৰ গৰ্ভতেই বা ক'ত প্ৰকৃতি আৰু মানৱাত্মাৰ পৰিণতিৰ সীমা নিৰ্দ্দেশ কৰিছা— ভাবি ভাবি কল্পনা পৰাস্ত হৈ যায়। ১৯॥

———

তোমাৰ দয়াৰ কথা কি কম— তুমি যে আমাৰ জন্মৰ পৰাই প্ৰতি মুহূৰ্ত্ততে আমাৰ জীৱন ৰক্ষা কৰি আছা—প্ৰতি দিনৰ বতাহ-পোহৰত, আহাৰ-বিহাৰত, টোপনি-জিৰনিত, কৰ্ম্ম আৰু উৎসৱত তোমাৰ প্ৰেমৰ সোঁতত আমি ভাহি আছো। ৰাতি যেতিয়া আমি টোপনিত অচেতন হৈ থাকোঁ তেতিয়া কি সঙ্কেতত তুমি আমাৰ ৰক্ত-মাংস অস্থি-স্নায়ু আদি দেহ যন্ত্ৰৰ অংশ-সমূহক সতেজ কৰি তোলা, কি কৌশলেৰে আমাৰ হৃদয়ত ফুল ফুলাই তোমাৰ পূজাৰ উপযোগী কৰি তোলা। আমি যেতিয়া ৰমণীয় প্ৰাতঃকালত টোপনিৰ পৰা সাৰ পাওঁ তেতিয়া তুমি সূৰুযৰ বিমল কিৰণ-ৰেখা আৰু পুৱাৰ মলয় বায়ুৰ পৰশত আমাৰ প্ৰাণত কি এক নতুন জীৱনৰ নতুন উৎসাহ, বল, আশা আৰু বিশ্বাসৰ প্ৰেৰণা জাগ্ৰত কৰি তোলা; আমাৰ হৃদয়-তন্ত্ৰীত কি এক স্বৰ্গীয় আনন্দৰ-সুৰৰ ঝঙ্কাৰ বজাই তোলা,— আমি তোমাৰ বাঁহীৰ সুৰত আত্মহাৰা হৈ সংসাৰৰ সকলো ঘটনাকে মধুময় যেন দেখো। এইবিলাক দৈব আশীৰ্ব্বাদৰ বাবে তুমি ধন্য, প্ৰভো! তুমিয়েই ধন্য।২০॥

সকলো ঠাইতে তোমাৰেই প্ৰকাশ,— যেনেকৈ আকাশৰ



গ্ৰহ-তৰাত, বিদ্যুতৰ সোঁতত, মেঘৰ গাজনিত, বতাহৰ সোসোৱনিত সেইদৰে পৃথিৱীৰ তৰুতৃণ, গছ-লতা, পাত-ফুলত তুমি প্ৰাণৰূপী দেৱতা; চৰাচৰ সংসাৰত যিমান প্ৰাণ— সকলো তোমাৰ মহাপ্ৰাণসমুদ্ৰত পানীৰ বুৰবুৰনিৰ দৰে উঠিছে আৰু ভাহিছে, পশু-পক্ষীৰ শাৰীৰিক চেষ্টাত, মানুহৰ জন্মমৃত্যুত, উদ্ভিদৰ বিকাশ আৰু পৰিণতিত কেৱল তোমাৰ লীলাই প্ৰকাশিত হৈছে। সকলোতকৈ আচৰিত প্ৰকাশ আমাৰ চৈতন্যৰূপী আত্মাত—য'ত তুমি স্পষ্ট, পূৰ্ণ আৰু শুদ্ধভাৱে বিদ্যমান। মানুহে অতি প্ৰাচীন কালৰ পৰাই তোমাৰ প্ৰকাশ দেখিবলৈ যি কোনো মহাপুৰুষক আশ্ৰয় কৰিছে— বুদ্ধ, মহম্মদ, নানক, চৈতন্য, শঙ্কৰ তোমাৰেই অৱতাৰ— তুমিয়ে তেওঁলোকৰ মুখেদি সত্যৰ প্ৰচাৰ কৰিছা, তেওঁলোকৰ দিব্যচক্ষুৰ সহায়ত তোমাৰ সত্য দৰ্শন কৰি ঋষি-বাক্যৰ অভ্ৰান্ত প্ৰভাৱেৰে চিৰন্তন কাল মানৱ সমাজক শাসন কৰিছা। কিন্তু আমাৰ অতি সৌভাগ্য যে আমি তোমাক আৰু সুদূৰ অতীতৰ দেৱতা বুলি নাভাবোঁ, নাইবা তোমাৰ প্ৰকাশিত মহা ধৰ্ম্মশাস্ত্ৰ বিলাকতে কেৱল তোমাৰ সত্যজ্যোতি আৱদ্ধ নাৰাখো। আমি দৈনিক জীৱন, সংসাৰ, বিচিত্ৰতাপূৰ্ণ প্ৰেম, আনন্দ, কৰ্ত্তব্য, প্ৰকৃতিৰ সুন্দৰ দৃশ্য, গন্ধ, সোৱাদ, সঙ্গীত—সকলোতে তোমাৰ স্বৰ্গীয় প্ৰকাশ দেখিবৰ অধিকাৰী হৈছোহঁক। আমাৰ হৃদয় যেতিয়া পৱিত্ৰ থাকে, আমি যেতিয়া ব্যাকুল আকাঙ্ক্ষা মনত লৈ সৰল ভাৱে তোমাৰ ওচৰত হৃদয়ৰ দুৱাৰ মুকলি কৰি দিওঁ—তেতিয়া

তুমি ই কি সৌন্দৰ্য্য লৈ আমাৰ মনৰ মন্দিৰত আবিৰ্ভূত হোৱা ! তেতিয়া ই কি অলৌকিক ৰূপৰাশি আমাৰ মুখত প্ৰতিফলিত কৰা ! তোমাৰ ইকি নতুন পোহৰে আমাৰ সকলো পাপ-তাপ অজ্ঞতা-মোহৰ অন্ধকাৰ দূৰ কৰি সংসাৰক নতুন প্ৰেম, আনন্দ আৰু পৱিত্ৰতাৰে পূৰ্ণ কৰি তোলে ! তেতিয়া ই কি অজ্ঞাত সত্যাই অনন্ত জ্ঞানৰ প্ৰভাৱত আমাক কৰ্ম্মষ্ঠ কৰি তোলে ! আমি কি এক অতীন্দ্ৰিয় শক্তিৰ লগত যুক্ত হৈ— কি এক অপূৰ্ব্ব আনন্দত অনুপ্ৰাণিত হৈ দুঃসাহসিক কামতো নতুন উদ্যম বুকুতলৈ স্বেচ্ছায় জাপ দিওঁ ! প্ৰতেক সাধকৰ জীৱনতে এই আধ্যাত্মিক অভিজ্ঞতাই প্ৰতিদিনে তোমাৰ বিকাশক সত্য বুলি দেখুৱাই দিছে, কোনো বিজ্ঞান, কোনো দৰ্শনে এই প্ৰত্যক্ষ অব্যৰ্থ প্ৰমাণক অস্বীকাৰ কৰিব পৰা নাই। তোমাৰ স্বতঃ প্ৰকাশ তো কেৱল অতীত অন্ধকাৰত শেষ হৈ যোৱা নাই, নাইবা ভৱিষ্যতৰ স্বৰ্ণ-যুগৰ নিমিত্তেও বঞ্চিত হোৱা নাই। প্ৰতিদিনে, প্ৰতিমূহুৰ্ত্তে তোমাৰ প্ৰকাশ সত্য বুলি পৰিগণিত হৈছে, মানুহৰ আত্মাক জ্ঞানেৰে, উন্নত প্ৰেমৰস আৰু মাঙ্গলিক কাৰ্য্যৰ দ্বাৰা শক্তিশালী কৰিছে। আমিতো মৃত ধৰ্ম্মৰ আচৰণ লৈয়ে সন্তুষ্ট থাকিব নোৱাৰো, আমি কেৱল শিল-কাঠৰ মূৰ্ত্তি গঢ়ি চিৰ প্ৰচলিত প্ৰথা আৰু সংস্কাৰ অনুযায়ী ব্ৰত-পাৰ্ব্বন অনুষ্ঠান আৰু ভোগ-নৈবেদ্য উৎসৰ্গ কাৰ স্বৰ্গৰ অধিকাৰী হবলৈ আশা কৰিব নোৱাৰো। তুমি যে জীৱন্ত দেৱতা, বৰ্ত্তমানত আমাৰ-হৃদয়-মন-দেহ-প্ৰাণৰ বিশুদ্ধতাই তোমাৰ পূজাৰ ধূপচন্দন, আমাৰ ভক্তিয়ে তোমাৰ পূজাৰ ফুল, আমাৰ



স্বাৰ্থ, অহঙ্কাৰ আৰু ৰিপু সকলৰ সংহাৰেই তোমাৰ যজ্ঞৰ আহুতি আৰু বলিদান। আমাৰ অন্তৰত তোমাৰ চিৰপ্ৰকাশ চিৰবসতি আৰু মঙ্গল কৰ্ম্মতো তোমাৰেই চিৰ অনুপ্ৰাণতা,—সকলো জীৱতে প্ৰেমৰ সঞ্চাৰ আৰু বিকাশেই তোমাৰ পূজাৰ বৰ, আশীৰ্ব্বাদ আৰু সফলতা। কবি, শিল্পী, চিত্ৰকৰ, গায়কে তোমাৰ এক প্ৰকাশ দেখিছে; বৈজ্ঞানিক, দাৰ্শনিকে আন এক প্ৰকাশ দেখিছে, ভক্ত, প্ৰেমিক, সাধক, একৰূপে বলিয়া হৈছে, কৰ্ম্মী আৰু ন তিজ্ঞ অন্য একৰূপে আত্মহাৰা হৈছে—এইদৰে বিভিন্ন ঘটত বিভিন্নৰূপে মানৱাত্মা তোমাৰ লগত পৰিচিত হৈছে, তোমাৰ বিশ্বৰূপ সম্ভোগ কৰিছে। —কিন্তু প্ৰত্যেককে তুমি পূজাৰ উপকৰণ আৰু বলি খোজা, বিনা আয়াসতে, সাধনাত কোনোৱে তোমাৰ সত্যৰ প্ৰকাশ দেখিবলৈ নাপায়। ফাকি দি, ছল কৰি সংসাৰত মানুহে নানা পাৰ্থিৱ সুখৰ অধিকাৰী হব পাৰে, কিন্তু অন্তৰৰ স্বৰ্গৰাজ্যত যি জ্ঞান, প্ৰেম আৰু পৱিত্ৰতাৰ বিমল আনন্দ আছে—তাক পাবলৈ হলে তোমাৰ সাক্ষাৎ প্ৰকাশৰ আৱশ্যক। তুমি ধন্য, তোমাৰ অনন্ত প্ৰেমে আমাৰ ওচৰত ধৰ্ম্মক সহজসাধ্য কৰি দিয়া নাই, তুমি ধন্য, তোমাৰ অনন্ত জ্ঞানে আমাৰ মুক্তিক দাৰ্শনিক চিন্তা-সাপেক্ষ কৰি ৰখা নাই, তোমাৰ অনন্ত ন্যায়-পৰায়ণতাই আমাৰ অসংখ্য পাপৰ নিমিত্তে ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰি অনন্ত নৰকৰ ব্যৱস্থা কৰা নাই। তুমি হাজাৰ বছৰ আগতে যেনে আছিলা— আজিও তেনেকৈ পৱিত্ৰ অন্তৰত ব্যাকুল হৃদয়ত প্ৰকাশিত হৈছা, আজিও তুমি পাপীৰ কাণত মুক্তিৰ বাণী শুনাইছা।

জীৱন্ত দেৱতা, আমি যেন আৰু মিথ্যা বাক্য জাল, কূটতৰ্ক আৰু বাহ্যিক আচাৰ ব্যৱহাৰ আৰু অনুষ্ঠানৰ দ্বাৰা ধৰ্ম্মক জটিল নকৰোঁ, তোমাৰ সত্যতা প্ৰমাণৰ বৃথা প্ৰয়াস নকৰোঁ ;— আমাৰ জীৱনত তোমাৰ প্ৰকাশেই তোমাৰ সত্যতাৰ অব্যৰ্থ প্ৰমাণ । ২১॥

---

মানৱাত্মাই যিদিনা পৃথিৱীৰ সৌন্দৰ্য্য, কৌশল, প্ৰেম, আনন্দৰ কথা ভাবি বিস্ময় আৰু ভক্তিত তোমাৰ চৰণত নতশিৰ হৈছিল— সেই দিনটো জগতৰ শুভদিন আছিল । হাজাৰ হাজাৰ বছৰ পাৰ হৈ গ'ল— পৃথিৱী কিমান পুৰণি হ'ল, মানৱজাতিয়ে বা কিমান পুৰণি হ'ল – কিন্তু তোমাৰ চন্দ্ৰ সূৰ্য্য, তোমাৰ গছৰ পাত বনৰ ফুল, পথাৰৰ ঘাহনিয়ে আজিও নিত্যনতুন জীৱনেৰে পৃথিৱীক অলঙ্কৃত কৰিছে । আজি এটা সামান্য পখিলাৰ পাখিত বিচিত্ৰ-বৰ্ণৰ সমাৱেশ দেখি বৈজ্ঞানিক বিস্ময়তে অভিভূত হৈ পৰিছে। বিস্ময়, প্ৰশংসা, শ্ৰদ্ধা মানুহৰ হৃদয়ৰ পৰা যিমান দিনলৈ দূৰ নহব যিমান দিনলৈ মানুহ পশুত্বৰ স্তৰলৈ নামি, আহাৰ নিদ্ৰাগত জীৱন লৈয়ে সন্তুষ্ট নাথাকিব, সিমান দিনলৈকে তোমাৰ পূজা উপাসনা ধৰ্ম্মানুষ্ঠান মানৱ সমাজত অক্ষুণ্ণ থাকিব, সেই দিনলৈকে নাস্তিকতা আৰু সংশয়বাদৰ পদে পদে পৰাভৱ হব । ইতিহাসৰ প্ৰতি অধ্যায়ত প্ৰতি পৃষ্ঠাতেই ; প্ৰত্যেক মানুহৰ ব্যক্তিগত জীৱনত তোমাৰ মঙ্গলনিয়ম মুদ্ৰিত হৈ আছে, তোমাৰ ন্যায়বিধান লঙ্ঘন কৰি কোনোৱে কাহানিও অব্যাহতি পোৱা নাই । তুমি অন্ত-



ৰত ধ্ৰুৱজ্যোতি, তোমাৰ জ্ঞানৰ পোহৰতেই তোমাক জানো, নিজৰ লগত পৰিচয় হোৱা নাই বুলিয়ে তুমিও আমাৰ পৰা দূৰত । ২২॥

আমি তোমাক ভাবো বা নাভাবো তুমি যে আমাৰ মঙ্গলৰ নিমিত্তে ভাবা এই বিষয়ে কোনো সন্দেহ নাই। আমাৰ জীৱনৰ ক্ষুদ্ৰতা, মলিনতাৰ কাৰণে তুমি যিমান লজ্জিত হোৱা আমি সিমান নহওঁ ; আমাৰ ঘৃণা, বিদ্বেষ, অহঙ্কাৰ, অভিমান আদিয়ে তোমাক যিমান কষ্ট দিয়ে অন্য কাকো তেনে কষ্ট নিদিয়ে ; আমাৰ অভাৱ আৰু দাৰিদ্ৰ্য দূৰ কৰিবলৈ তুমি যিমান ব্যস্ত আন কোনো তেনে নহয় । আমাৰ ক'ত কিখুঁত আছে, ক'ত কেনেকৈ অন্ধকাৰত আমি দীৰ্ঘ নিশ্বাস পেলাওঁ আৰু চকুলো টোকোঁ, যেতিয়া আমাৰ আত্মাৰ নিগূঢ় কোণৰ পৰা প্ৰাৰ্থনাৰ ধ্বনি নীৰৱতাৰ বুকু ভেদি উত্থিত হয় তেতিয়া তাক তুমি জানা, তুমি দেখা ; এনেকি আমি যেতিয়া ইমান তললৈ নামি যাওঁ যে নিজৰ অপূৰ্ণতা ত্ৰুটি-দুৰ্ব্বলতা পৰ্য্যন্ত বুজিব নোৱাৰো, মোহ মায়াৰ ঘোৰ অন্ধকাৰত যেতিয়া অসত্য আৰু অশুভকেই পদে পদে বৰণ কৰো, যেতিয়া ক্ষণিক সুখ আৰু ছদ্মবেশী প্ৰেয়কে শ্ৰেয় বুলি গ্ৰহণ কৰো, তেতিয়াও তুমি আমাৰ নিমিত্তে কিমান যত্ন কৰা— যাতে আমি উন্নত হওঁ, যাতে আমাৰ চৈতন্যৰ বিকাশ হয়—তাৰ বাবে তুমি ব্যস্ত । প্ৰভো ! কিয় তোমাৰ ইমান ব্যগ্ৰতা ? ক্ষুদ্ৰ মানৱৰ পাচে পাচে তুমি এনেকৈ দিনে-ৰাতি ঘূৰি ফুৰিছা—বিৰাম নাই, বিশ্ৰাম নাই ; সিহঁতক

সিহঁতৰ প্ৰয়োজনীয় আহাৰ পানী যোগাইছা, অপ্ৰোজনীয় কিমান হাঁহি ধেমালি, প্ৰেমানন্দ বিতৰণ কৰিছা, সিহঁতৰ শত শত পাপ অপৰাধতো অলপো নিৰাশ হোৱা নাই ;—মানুহে তোমাক অস্বীকাৰ কৰে, অবিশ্বাস কৰে,—তুমি কাহানিও অসহিষ্ণু বা পৰাজিত হোৱা নাই, তথাপি তুমি সিহঁতৰ দুৱাৰত দীনহীন ভিখাৰীৰ বেশে থাকা, সিহঁতৰ এখনি হৃদয় অধিকাৰ কৰিবলৈ তোমাৰ ইমান প্ৰতীক্ষা, ইমান অধ্যৱসায়। হে ৰাজ-ৰাজেশ্বৰ, হে অনন্তশক্তিময়, ইমান জ্ঞান, ইমান পুণ্যৰ অধিকাৰী হৈও তুমি অজ্ঞ, পাপী মানুহৰ ওচৰত প্ৰতিদিন উপেক্ষিত অনাদৃত হৈছা, তথাপি বিমুখ হৈ উলটি নোযোৱা,—তোমাৰ কিহৰ অভাৱ, কিহৰ প্ৰয়োজন, কিহৰ বাধ্যতা ? বুজিব পাৰিছো, পৰম পিতা, প্ৰেমময় পিতা, ই যে তোমাক প্ৰেমৰ বান্ধোন, প্ৰেমৰ উদগনি, আমি তোমাৰ সন্তান, আমাক পৈতৃক সম্পত্তিৰ যোগ্য অধিকাৰী কৰিবৰ নিমিত্তে তোমাৰ সন্তানৰ উপযোগী জ্ঞান, প্ৰেম, পুণ্য আৰু মঙ্গল ভাৱৰ শিক্ষা দিবলৈয়ে বোধহয় তোমাৰ ইমান চেষ্টা, ইমান ব্যগ্ৰতা! প্ৰেমময়! ধন্য তোমাৰ প্ৰেম, ধন্য আমি! ২৩॥

আমি তোমাক প্ৰকৃতিৰ মুক্ত প্ৰান্তৰত, গছ গছনিৰ ফুলপাতত পূৰ্ণভাৱে দেখা পাইছো. মানৱ সমাজৰ সকলো প্ৰেম-পুণ্য-আনন্দৰ মাজতো তোমাৰ পূৰ্ণ দৰ্শন লাভ কৰিছো। তোমাৰ অলৌকিক ক্ষমতা দেখিবলৈ প্ৰকৃতিৰ আকস্মিক আৰু ভয়াবহ ঘটনাৰ অন্বেষণ নকৰো. অথবা ইতিহাসৰ জটিল



সমস্যাৰ মঙ্গলফল প্ৰমাণ কৰিবলৈও নিবিচাৰো। তুমি যে প্ৰকৃতিৰ নিয়ম-শৃঙ্খলা আৰু সৌন্দৰ্য্যৰ মাজেদি প্ৰতিদিনে স্বাধীনভাৱে প্ৰাণক মহানন্দে আনন্দিত কৰিছা—তোমাৰ প্ৰকৃতিৰ ভৰাঁলত আমাৰ অন্নবস্ত্ৰৰ উপকৰণ যথেষ্টভাৱে যোগাৰ কৰি ৰাখিছা প্ৰতিবছৰে কিমান ফলফুল, কিমান নতুন প্ৰাণীৰ সৃষ্টি কৰি আমাৰ বিজ্ঞানৰ সকলো দম্ভ, সকলো অহঙ্কাৰকে লজ্জিত কৰিছা ; ইয়াতকৈ তোমাৰ অলৌকিক শক্তিৰ আৰু কি অধিক পৰিচয় হব পাৰে ? আমাৰ ক্ষুদ্ৰ গণিত-বিজ্ঞান তোমাৰ আশ্চৰ্য্য ৰচনা-কৌশল দেখি বিস্মিত হয়,—কি কৌশলেৰে, কি অলৌকিক ৰহস্যেৰে আকাশৰ গ্ৰহসকলক তুমি জ্যোতিৰ্ম্ময় পথত চলাইছা,—ভাবি ওৰ নাপাই শেষত নিজৰ ক্ষুদ্ৰতা অনুভৱ কৰে। আমি এই বিংশ শতাব্দীৰ সভ্যযুগত জন্ম পাইছো বুলি কিমান জ্ঞানৰ অভিমান কৰো,—কিন্তু আমি তোমাৰ পথাৰৰ এডালি তৃণ, বনৰ এটি কীট পটঙ্গওতো সৃজন কৰিব পৰা নাই। তোমাৰ ৰসায়নিক প্ৰক্ৰিয়াৰ অতি সামান্য কৌশলেইহে আমাৰ এই পৰ্য্যন্ত আয়ত্ব হৈছে! কি ৰহস্যময় তোমাৰ জগৎ। ২৪॥

সকলো সত্যৰ পৰম সত্য তুমি, জড়জগতত শক্তিৰূপে জীৱ-জগতত প্ৰাণৰূপে তুমি সত্য। অনাদিকাল, অনন্ত আকাশ তোমাৰ সত্তাতে পূৰ্ণ হৈ আছে। তুমি একমাত্ৰ নিত্য, অবিনাশী, অপৰিৱৰ্ত্তনীয়, নিশ্চল, নিৰ্ব্বিকল্প। আকৌ দৃশ্য-জগতত যি বিৰাজ কৰিছে, পৰিৱৰ্ত্তিত হৈছে, বিনাশ পাইছে,

বিকৃত হৈছে তাৰ মাজতো তুমিয়েই প্ৰকাশিত। প্ৰাণৰ প্ৰাণ, মনৰ মন—তোমাৰ জ্ঞানত চন্দ্ৰসূৰ্য্যই পোহৰ দিয়ে, তোমাৰ নিয়মে বতাহ বলে, জুই জ্বলে। তোমাৰ একোৰে প্ৰয়োজন নাছিল, তুমি নিজে সম্পূৰ্ণ,—তেনেহলে কিয় এই জগৎ সৃজন কৰিলা? কিয় এই যুগ-যুগান্তৰ ধৰি জল স্থল বায়ুময় পৃথিৱীৰ বিকাশ কৰিলা? কিয় ইয়াত প্ৰাণীসমূহৰ আৱাস আৰু আহাৰ পানীৰ সংস্থান কৰিলা? তুমিতো অভাৱৰ দ্বাৰা পীড়িত হোৱা নাই, তুমি নিজৰ আনন্দতে এই সৃষ্টি-লীলাৰ বৈচিত্ৰ্যৰ মাজত, বহুলতাৰ মাজত, সীমাৰ মাজত নিজকে বিভক্ত কৰিছা। তোমাৰ সৃষ্টিত কিমান গছ-লতা, কিমান পশু-পক্ষী স্বচ্ছন্দে মনৰ সুখত জীৱন কটাইছে, সিহঁতৰ ওচৰতো তুমি নিজক গোপনে ৰাখিছা,—তেনেহলে মানুহৰ আত্মাত কিয় এনে জ্ঞান, এনে প্ৰেম, এনে পুণ্য দি তেওঁৰ চৈতন্যৰ মাজত তুমি পৰমাত্মাৰূপে প্ৰকাশিত হৈছা। মানুহ অলপতে কিয় সন্তুষ্ট নহয়, কিয় তোমাৰ অনন্তভাৱৰ অন্বেষণত ঘূৰি ফুৰিব খোজে, পাপৰ কাৰণে কান্দে, কিয়বা নিজৰ খোৱা-পিন্ধা গল্প-আমোদৰ মাজত আৱদ্ধ থাকিবলৈ টান পায়? কিয় অদৃশ্য, অতীন্দ্ৰিয় ৰাজ্যত প্ৰৱেশ কৰিবলৈ ইমান বিজ্ঞান দৰ্শনৰ আলোচনা কৰে, ইমান শিল্প-কলাৰ অনুশীলন কৰে?

তুমি নিজ হাতে মানুহ গঢ়ি তুলিছা; নিজৰ প্ৰেম, জ্ঞান আৰু মঙ্গলভাৱৰ যি একোটি একোটি কণা তেওঁৰ আত্মাত



ৰোপন কৰিছা, সিয়ে অঙ্কুৰিত হৈ মানুহৰ ধৰ্ম্ম, নীতি আৰু সমাজক মঙ্গলৰ ফাললৈ—পূৰ্ণতাৰ ফাললৈ লৈ গৈ আছে। এইবাবেই মানুহে বিশ্বজগতৰ মাজ ঠাইত থিয় হৈ ঘোষণা কৰিছে "পিতানোঽসি, পিতনোবোধি," তুমি আমাৰ পিতা। পিতা হৈ জ্ঞানশিক্ষা দিয়া – এইবাবেই পৃথিৱীৰ সকলো বিপদ সম্পদৰ মাজত সকলো মৃত্যু, ৰোগ, শোক, পাপ, দাৰিদ্ৰ্য আৰু উৎপীড়নৰ মাজতো মানুহে মঙ্গলময়ৰ সহায় হাত বিচাৰে। আমি যে তোমাক পিতা বুলি জানিব পাৰিছো, ই আমাৰ কম সৌভাগ্যনে? প্ৰাকৃতিক জগতত কিমান ভীষণ শক্তিৰ খেলা চলিছে,—তাপ-পোহৰ, বজ্ৰ-বিদ্যুৎ, ধুমুহা বানপানী, ভূমিকম্প, হিংস্ৰ-জন্তু, পৰ্ব্বতৰ উচ্চতা, সমুদ্ৰৰ গভীৰতা—যিপিনেই চাওঁ কেৱল ভীষণ, বিশাল, বিৰাট শক্তিকে দেখা পাওঁ, ইয়াৰ মাজত সামান্য মানুহৰ কি মূল্য আছে? কেতিয়াবা এনে বোধ হয় যেন তোমাৰ এই ব্ৰহ্মাণ্ডখন এক বিৰাট যন্ত্ৰৰ দৰে অসীম বেগেৰে অসংখ্য চকাৰ ওপৰত ঘূৰিব লাগিছে। মানুহ ক্ষুদ্ৰ পিপৰাৰ দৰে ইয়াৰ তলত চূৰ্ণীকৃত হৈছে। আমাৰ সুখ-দুখৰ প্ৰতি উদাসীন হৈ তোমাৰ জগৎব্যাপাৰ নিয়মৰ কক্ষত ঘূৰি ফুৰিছে। কিমান পুত্ৰ-কন্যাক অনাথ কৰি পিতামাতাই মৃত্যুৰ কোলাত আশ্ৰয় লৈছে, কিমান ৰোগ-তাপে নৰকৰ যন্ত্ৰণা দিছে; তোমাক পিতা বুলি স্বীকাৰ কৰা কিমান ডাঙৰ সাহসৰ কথা, কি অসীম উৎসাহ আৰু আশাৰ কথা। তুমি প্ৰেমময়

মঙ্গলময় পিতা বুলিয়ে আমি ইয়াত নির্ভয়ে আনন্দেৰে জীৱন নিয়াব পাৰোঁ, সকলো দুখশোকৰ মাজতো তোমাৰ চৰণত বিশ্বাস স্থাপন কৰি অচল হৈ থাকিব পাৰো। তোমাৰ প্ৰেমেই নানা বৰ্ণত, নানা গন্ধত, নানা গীতত, নানা ছন্দত, সকলো স্বাদ-ৰসত, অন্নবস্ত্ৰত, তোমাৰ প্ৰেমেই পিতামাতাৰ স্নেহত, বন্ধুবান্ধৱৰ প্ৰীতিত, সমাজৰ শান্তি আৰু শৃঙ্খলাত অজস্ৰ ধাৰে বৰ্ষিত হৈ আমাক জীৱিত ৰাখিছে; আমাৰ নিমিত্তে পুণ্য আৰু আনন্দৰ অনন্ত ভাণ্ড মুক্ত হৈ আছে। তোমাৰ শক্তিক আমি স্পৰ্দ্ধাৰে সৈতে অমান্য কৰিব পাৰো, তোমাৰ নিয়মক আমি লঙ্ঘন কৰিব পাৰো—এই স্বাধীনতা তুমিয়ে দিছা, কিন্তু তোমাৰ প্ৰেমত আমি বন্দী হৈ ধৰা দিবলৈ বাধ্য হৈছো। তুমি বিশ্বভুৱনৰ অধিপতি হৈ তোমাৰ সৰ্ব্বশক্তি-মত্তাক সংহৰণ কৰি যেতিয়া ভিখাৰীৰ বেশ ধৰি আমাৰ ওচৰলৈ প্ৰেমপ্ৰতিদান পাবলৈ আহা—তেতিয়া আমাৰ উদ্ধতভাৱ বিনীত নহৈ থাকিব পাৰে নে? আমাৰ আত্মাৰ মন্দিৰত তুমিয়ে একমাত্ৰ দেৱতা। এজনকেইতো আমি সকলো চিন্তাতে সকলো কাৰ্য্যতে বিচাৰিছোঁ। বিজ্ঞানে প্ৰাকৃতিক ঘটনাৱলীৰ মূলত বিচিত্ৰশক্তি সমূহৰ অৱলম্বনৰূপ তোমাৰ এককৰূপকেই অন্বেষণ কৰিছে। আমাৰ সকলো বাসনা-প্ৰবৃত্তি, আশা-ভয়, সুখ-দুখৰ বিৰোধ দ্বন্দৰ মাজত এক তোমাৰ মঙ্গলনিয়মকেই পাবলৈ বাঞ্ছা কৰিছো। তোমাৰ ইচ্ছাৰ লগত আমাৰ ইচ্ছা মিলিত কৰিবলৈয়ে আমাৰ যিমান শিক্ষা, সাধনা, সংযম; যিমান



সামাজিক আৰু ৰাজনৈতিক ব্যৱস্থা। সকলোতকৈ তুমি আমাৰ বেছি আপোন। আমি তোমাৰ সন্তান ই যে আমাৰ সত্যৰ পৰিচয়। আমাৰ ধন-মান, বংশ মৰ্য্যাদা, পদগৌৰৱ, পাণ্ডিত্যৰ অভিমান, ধৰ্ম্মৰ দাম্ভিকতাই আমাক ক্ষুদ্ৰ কৰি, সঙ্কীৰ্ণ কৰি, বিচ্ছিন্ন কৰি বিশ্বৰ লগত আমাৰ হৃদয়ৰ যি যোগ তাক ছিন্ন কৰি দিয়ে,—আমি নিজৰ আমিত্বৰ প্ৰাচীৰ বান্ধি তাৰ ভিতৰত সৰু সৰু গণ্ডী তৈয়াৰ কৰি তাত বাস কৰোঁ। এই বাবেই জগতত যিমান কলহ, যিমান সংগ্ৰাম, ভাতৃৰ তেজেৰে ভাতৃৰ দেহ কলঙ্কিত কৰিছে,—এইবাবেই হিন্দু আৰু ম্লেচ্ছ, খৃষ্টান আৰু হিদেন, য়িহুদী আৰু জেণ্টাইন, ইছলাম আৰু কাফেৰ বুলি বিভাগৰ ৰেখা টানি আমি তোমাৰ পৰিয়ালবৰ্গৰ ভিতৰত গৃহ-বিচ্ছেদৰ অগ্নি চিৰকাললৈ জ্বলাই ৰাখিছোঁ, সি নিৰ্ব্বাপিত হোৱা নাই;—এই বাবেই ইমান জাতি, বৰ্ণ আৰু দেশৰ বাহ্যিক পাৰ্থক্যই আমাৰ আন্তৰিক আত্মীয়তাৰ পথত বাধা দিছে। তুমি যে আমাৰ সকলোৰে পিতা, তুমি যে আমাৰ পৰমাত্মা, এই পৰিচয় যেতিয়া আমি পাও তেতিয়াই সকলোৰে মাজত তোমাৰ দৰ্শন লাভ কৰি আমি সকলোকে আলিঙ্গন কৰিব পাৰো। তেতিয়া আৰু আমাৰ স্বাৰ্থই তোমাৰ মঙ্গল-বিষয়ক বাধা প্ৰদান নকৰে, তেতিয়া আমাৰ নিজৰ সুবিধাৰ নিমিত্তে আৰু কাকো বাট এৰি দিবলৈ কবৰ সাহ নহয়। তুমি আমাৰ সেই চকু মুকলি কৰি দিয়া যাতে আমি তোমাৰ সুৰৰ লগত আমাৰ হৃদয়তন্ত্ৰীৰ সুৰ মিলাই তোমাৰ চৰণ-তলত নতশিৰে

প্ৰেম-পুণ্য শান্তি আনন্দৰ স্বৰ্গীয় আস্বাদ পাব পাৰোঁ। ২৫॥

তোমাৰ আদি ক'ত, তোমাৰ অন্ত ক'ত, একোকে নাজানো। অনাদি, অনন্ত তুমি, আমাৰ ক্ষুদ্ৰমনে তোমাৰ মহিমা কেনেকৈ কল্পনা কৰিব! এখন মুখেৰেই বা তোমাৰ স্তুতিবন্দনা কেনেকৈ কৰিম! অনন্তদেশ, অনন্তকালত তোমাৰ সিংহাসন প্ৰসাৰিত, বিশ্বভূমণ্ডলৰ একমাত্ৰ অধিপতি তুমি, প্ৰকৃতিৰাজ্য আৰু মানৱমনত তোমাৰ ন্যায়ৰ শাসন, তোমাৰ মঙ্গল নিয়ম প্ৰতিষ্ঠিত কৰি ৰাখিছা। তোমাৰ নিয়মৰ বাহিৰ হৈ এক পৰমাণুও আঁতৰি যাবলৈ কাৰো সাধ্য নাই—জ্বলন্ত, জাগ্ৰত চকুৰে গোটেই আকাশ দেখিছা; প্ৰতি অণু-পৰমাণুৰ গতি আৰু স্থিতি পৰিচালনা কৰিছা,—মানৱাত্মাৰ প্ৰত্যেক চিন্তা, প্ৰতি আকাঙ্ক্ষা, দীৰ্ঘনিশ্বাস আৰু চকুলো গণনা কৰিছা। ইতিহাসৰ জখলাত উঠি অতীতৰ অন্ধকাৰত ঘটনা-শৃঙ্খলৰ আদি ৰহস্য বিচাৰিবলৈ গৈ যুগ-যুগান্তৰৰ গৰ্ভত পৃথিৱীৰ সকলো বস্তু, সকলো প্ৰানী অদৃশ্য হৈ যায়। কেৱল তোমাৰ জ্যোতি—অনিৰ্ব্বাণ, অচল ধ্ৰুৱজ্যোতি—প্ৰকাশিত থাকে। জলস্থল-বায়ুময় এই পৃথিৱীৰ জন্মৰ পৰা আজিলৈকে সকলো অৱস্থা দেখিছা, কিমান পাহাৰৰ শিল-মাটি জহি, পমি সমতল হল, কিমান গভীৰ সমুদ্ৰৰ বক্ষভেদ কৰি অত্যুচ্চ পৰ্ব্বত মূৰ দাঙি ঠিয় হল! তুমি তাৰ সাক্ষী। নিজৰ জ্ঞানত, নিজৰ প্ৰেমত, নিজৰ আনন্দত,—এই বিস্ময়কৰ সৃষ্টিক পূৰ্ণৰ পৰা পূৰ্ণতৰ কৰি মঙ্গল ভাৱেৰে অনুৰঞ্জিত



কৰিছা। আৰু কেৱল এই সুন্দৰ জগতক দেখি বা জানিয়ে তৃপ্তি নহল,—সেই বুলিয়ে তোমাৰ মানৱ সন্তান সকলক তোমাৰ জ্ঞানৰ একো অংশ দান কৰিলা, সেইবাবেইতো সিহঁতৰ প্ৰাণত তোমাৰ প্ৰেমৰ অমৃত এক বিন্দু দিলা—যাতে আমিও এই জগতৰ সৌন্দৰ্য্য দৰ্শন কৰি, ইয়াৰ ৰহস্য জানি তোমাৰ আনন্দৰ আস্বাদ লাভ কৰো। যাতে তোমাৰ সহকৰ্ম্মী হৈ এই বিচিত্ৰজগতৰ বিকাশত সহায়তা কৰিব পাৰোঁ। এই বাবেহে মানৱসমাজত ইমান ব্যস্ততা, ইমান প্ৰতিযোগিতা—, কোনে আগেয়ে তোমাৰ আহ্বান শুনিব পাৰে, কোনে আগেয়ে তোমাৰ সত্য জানিব পাৰে, কোনে আগেয়ে তোমাৰ অনন্ত স্বৰূপৰ কিমান খিনি মৰ্ম্মভেদ কৰিব পাৰে। এই বাবেহে ইমান শিল্প-বিজ্ঞান, দৰ্শন-সাহিত্য, ইমান সামাজিক কল্যাণৰ আয়োজন,—এই বাবেই বিংশ শতাব্দীৰ সভ্যতা। প্ৰকৃতি আৰু মানৱাত্মা মিলিত হৈ হাতত ধৰাধৰি কৈ তোমাৰ সমুখত উপস্থিত হব। তোমাৰ পৰিপুৰ্ণ আনন্দ পৰিপুৰ্ণ প্ৰেম আৰু পৰিপুৰ্ণ মঙ্গলৰ জ্যোতি বিস্তাৰ কৰিম—এই বাবেই, তোমাৰ এই বিৰাট মহান ইচ্ছা পুৰ্ণ কৰি-বলৈয়ে আমাৰ জীৱন, এই বাবেই আমাৰ শ্ৰেষ্ঠতা। হে অনন্ত, তুমি আমাক এই জীৱনৰ, এই শ্ৰেষ্ঠতাৰ যোগ্য অধিকাৰী কৰা। এই গৌৰৱৰ দায়িত্ব উপলব্ধি কৰি যেন আমি তোমাৰেই চৰণত সততে আশা, ভক্তি, বিশ্বাস আৰু বিস্ময়েৰে নতশিৰ হৈ থাকিব পাৰো—২৬॥

পুৰণি বছৰ পাৰ হয়, নতুন বছৰ আহে,—সময়ৰ বালিত তোমাৰেই পদচিহ্ন বৈ যায়। তোমাৰ আঙুলিয়েই নানা ঘটনা-পৰ্য্যায়ৰ মাজেদি প্ৰত্যেক মানুহৰ ব্যক্তিগত জীৱন ৰচনা কৰে আৰু সিহঁতৰ সমবায়ত পাৰিবাৰিক, সামাজিক আৰু ৰাজনৈতিক ইতিহাস গঠন কৰে। তুমি এক পুৰাতন পুৰুষ—জগতৰ আদিৰ পৰাই সকলো বিৱৰণ জানা, সকলো অৱস্থা দেখিছা। সৰ্ব্বজ্ঞ, সৰ্ব্বপুৰণি সাক্ষী—অজৰ অমৰ অবিনাশী তুমি। সাগৰৰ বুকুৰ পৰা কিমান অত্যুচ্চ পৰ্ব্বতৰ চূড়াক লাহে লাহে তুমি আনিছা, আকৌ কিমান সমৃদ্ধিশালী দেশক লাহে লাহে সমুদ্ৰ গৰ্ভত বিলীন কৰিছা! কিমান গ্ৰহতৰাৰ জন্ম আৰু হ্ৰাস বৃদ্ধি তোমাৰ সমুখতে হৈছে, মানুহৰ ধৰ্ম্ম নীতি, সাহিত্য সমাজ আৰু ৰাজ্যশাসন কিমান পৰিৱৰ্ত্তনৰ ভিতৰেদি বৰ্ত্তমান ৰূপ ধাৰণ কৰিছে—তোমাৰ আয়ব্যয়ৰ খাটাত সি স্পষ্টাক্ষৰে লিপিবদ্ধ হৈ আছে। শিশুক যুৱা, যুবাক প্ৰৌঢ়, প্ৰৌঢ়ক বৃদ্ধ কৰি প্ৰাচীনৰ ফালে লৈ গৈ আছা। অথচ চিৰনতুন, চিৰসুন্দৰ, চিৰ আনন্দময়—প্ৰতিদিনে নতুন সূৰ্য্যৰ আগমনত প্ৰাচীন অন্ধকাৰ দূৰ হৈছে আকৌ নতুন চন্দ্ৰতাৰকাই দিনৰ প্ৰাচীনতা বিনাশ কৰিছে, পুৰণি সপ্তাহক বিদায় দি নতুত সপ্তাহে সেই ঠাই অধিকাৰ কৰিছে, কৃষ্ণপক্ষক দূৰ কৰি শুক্লপক্ষই সেই ঠাইত স্থিত হৈছে। মাহ পুৰণি হলে আকৌ নতুন মাহ তুমি আনিছা, এইদৰে বছৰৰ লীলা শেষ কৰি আকৌ নতুন বছৰৰ সৃষ্টি



কৰিছা। লীলাময়, তোমাৰ এই বিচিত্ৰ অভিনয়ৰ মাজত পুনৰুক্তি আছে কিন্তু বিৰক্তি নাই। প্ৰতিদিনে স্নান, আহাৰ, নিদ্ৰা, কাৰ্য্য আৰু বিশ্ৰাম একে ভাৱেই চলিছে, অথচ ইয়াৰ মাজতেই কিমান স্নেহ আৰু কিমান প্ৰেমে জীৱন মধুময় কৰিছে—কত শান্তি, কত সান্ত্বনাৰ ধাৰা বৰ্ষিত হৈছে,—কত যে নতুন আশা, নতুন আকাঙ্ক্ষা প্ৰাণত জাগি উঠি জগতৰ আনন্দক অক্ষয়, অটুট কৰি ৰাখিছে। কিমান যে ফুল ফুলে, নীল আকাশৰ বুকত কিমান যে তৰাই হাঁহে, বিলৰ মাজত কিমান যে পদুমে প্ৰিয়-দৰশনত মিচিকি হাঁহে—প্ৰকৃতিৰ সৌন্দৰ্য্য ভঁৰালৰ অন্ত নাই, কিমান আমোদ-উৎসৱ, হাঁহি-ধেমালিয়ে পুনঃ পুনঃ মানৱসমাজক সম্পদশালী কৰিছে। ইমান কাব্য, ইমান নাটক, ইমান উপন্যাস ৰচিত হল, কিন্তু সংসাৰৰ ঘটনা-বৈচিত্ৰ্যৰ শতাংশৰ একাংশও তো প্ৰকাশিত নহল; ইমান ইতিহাস, ইমান ৰাজনীতি, ইমান সমাজবিজ্ঞানৰ অনুসন্ধান কৰি কৰি অনুসন্ধিৎসু সকল ক্লান্ত হল, অৱশ হল; কিন্তু দুৰ্জ্ঞেয় মানৱমনৰ ৰহস্য অলপো পৰিস্ফুত নহল। প্ৰতিদিনে নতুন সত্য অন্ধকাৰৰপৰা পোহৰলৈ আহিছে, নতুন সমস্যাৰ উদয় হৈছে, নতুন নিয়ম আবিষ্কৃত হৈছে, নতুন ঘটনাৰ সমাৱেশ হৈছে। নতুন পুৰণিৰ পৰিৱৰ্ত্তনৰ মাজেদিয়ে যেতিয়া জীৱনৰ খেলা শেষ হৈ যায়, তেতিয়া পুৰণি মানুহক আকৌ নতুন কৰিবলৈ মৃত্যুৰ দুৱাৰ মুক্ত কৰি তাক নতুন দেশলৈ নতুন জীৱনলৈ লৈ যোৱা—ইকি আশ্চৰ্য্যবিধান! অনন্ত, অথচ অমৃত; পুৰণি হৈও নতুন! ॥২৭॥

বিশ্বব্ৰহ্মাণ্ডৰ অধিপতি তুমি ; অনন্তদেশ, অনন্তকালত তোমাৰ সিংহাসন অচলভাৱে প্ৰতিষ্ঠিত হৈ আছে। এই বিৰাট সংসাৰ তুমি কিমানযুগ ধৰি ৰচনা কৰিছা, তাক কল্পনা কৰিবলৈও ভয় হয়,—তোমাৰ সৃষ্ট এই বিচিত্ৰ জগতৰ আদি ৰহস্য অন্বেষণ কৰিবলৈ গৈ মানুহৰ বুদ্ধি পৰাস্ত হৈ গৈছে, কিমান ভূতত্ত্ববিদ আৰু প্ৰত্নতত্ত্ববিদেও শতাব্দীৰ পাচত শতাব্দী পিচহুহুকি গৈও আদি মানৱৰ সন্ধান পাব পৰা নাই—কি অসীম তোমাৰ মহিমা দেৱাদিদেৱ পৰমেশ্বৰ ! সামান্য জ্ঞানৰ পোহৰ মানুহৰ আত্মাত দিছা—এই পোহৰৰ তীক্ষ্ণ জ্যোতিতেই আমাৰ চকু জ্বলি পুৰি যাবৰ উপক্ৰম হয়—তোমাৰ অনন্ত জ্ঞানৰ ধাৰণা কেনেকৈ কৰিম ? বৈজ্ঞানিকৰ সূক্ষ্ম অনুসন্ধানৰ ওচৰত তুমি যিখিনি আত্মপ্ৰকাশ কৰিছা, তাতেই আমি বিস্ময়ত অভিভূত হৈ পৰিছোঁ। যেতিয়া ভাবোঁ কোন যুগযুগান্তৰৰ আগতে অতীতৰ অন্ধকাৰত, তোমাৰ ইচ্ছাত আকাশ পথত, জ্যোতির্ম্ময় বাষ্পগোলকৰ আকাৰে দ্ৰুতবেগে ধাৱিত হৈ গণিতৰ জটিল নিয়মৰ অধীন কালচক্ৰবিলাক ৰচনা হৈছিল, আজিও সিহঁতে সেই পথতে একে নিয়মে অৱিশ্ৰান্ত ভাৱে ঘুৰিছে ; যেতিয়া ভাবোঁ, কিৰূপে তুমি এই জ্বলন্ত বাষ্পপিণ্ড সকলৰপৰা ভিন ভিন গতিশীল গ্ৰহ আৰু স্থিতিশীল নক্ষত্ৰবিলাকক সৃজন কৰি নিজ নিজ মণ্ডলত স্থাপন কৰিলা; যেতিয়া ভাবো কিৰূপে এই ভ্ৰাম্যমান জ্যোতিষ্কসমূহৰ তাপবিকীৰণৰ ফলত জল-স্থল বায়ুময় এই পৃথিৱী কিমানৰ উৎপত্তি



হ'ল, আকৌ বহুকালৰ পাচত এইবিলাক নানাজাতীয় উদ্ভিদ আৰু জীৱ-জন্তুৰে পৰিপূৰ্ণ হল ; যেতিয়া ভাবো, কিৰূপে নানাশক্তিৰ ঘাতপ্ৰতিঘাতত পৃথিৱীৰ বুকুত কতবা সুগভীৰ সমুদ্ৰ, কতবা অত্যুচ্চ পৰ্ব্বতমালা, কতবা আকৌ তৃণাবৃত শ্যামল সমতল, কোনো ঠাইত বা আকৌ বালিময় শুকান মৰুভূমি—কিমান নদী, কিমান হ্ৰদ, কিমান দ্বীপ, কিমান আগ্নেয়গিৰি. কিমান উপত্যকা-অধিত্যকাৰ সন্মিলনত এই বিচিত্ৰ শোভাৰ ভঁৰাল মানুহৰ ক্ৰীড়াভূমিত পৰিণত হল ; আকৌ যেতিয়া ভাবো কেনেকৈ নানা প্ৰাণীৰ ক্ৰমিক বিৱৰ্ত্তনৰ ফলত এই মানৱ জাতিৰ অভ্যুদয় হৈ জগতৰ ওপৰত আত্মাৰ আৰু আত্মাৰ ওপৰত জগতৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া চলিবলৈ আৰম্ভ কৰিলে ; যেতিয়া ভাবো, কিৰূপে তোমাৰ মানৱ সন্তানসকলৰ মাজত বিচিত্ৰ দেশ. বিচিত্ৰ ভাষা, বিভিন্ন আহাৰ, বিভিন্ন আৱাস, বিবিধ ধৰ্ম্ম, বিবিধ জাতিৰ অভিব্যক্তি হৈ বৰ্ত্তমান জগতৰ শিল্প-বিজ্ঞান-সাহিত্য-দৰ্শনসেৱিত সভ্যতাৰ উদয় হল ; যেতিয়া ভাবোঁ, কোটি কোটি জগতৰ সৃজন, পালন আৰু প্ৰলয়কৰ্ত্তা তুমি নিজৰ অনন্ত মহিমাতে প্ৰতিষ্ঠিত হৈ এই অনন্তকালব্যাপী বিৰাট ৰসস্যময় লীলাৰ অভিনয় কৰি আনন্দলাভ কৰিছা—হে মহান্, হে অসীম জ্ঞানময় পৰমেশ্বৰ তেতিয়াহে বিস্ময় আৰু ভক্তিত আপোনা আপুনি মূৰ দোঁ খাই তোমাৰ চৰণত লুণ্ঠিত হয়, নিজৰ ক্ষুদ্ৰতা, সঙ্কীৰ্ণতাৰ মাজত আত্মগোপন কৰিবলৈকো ঠাই

বিচাৰি নাপাওঁ, তেতিয়া বোধহয় আমি যেন মৰ্ত্ত্যৰ ধূলি, কীটানুকীট—আমাৰ কি সাধ্য আছে যে আমি তোমাৰ সন্মুখলৈ এই মলিন বেশেৰে আহিবলৈ সাহ পাইছোঁ, তেতিয়া নকৈ নোৱাৰো হে অনন্তদেৱতা, হে ৰাজাধিৰাজ, তোমাৰ বিশ্ব-ৰূপ সম্বৰণ কৰা, আমি যে ক্ষুদ্ৰ মানৱ, এনে কি ক্ষমতা আৰু এনে কি যোগ্যতা আছে যে তোমাৰ বিৰাট সত্তাৰ ধাৰণা কৰিব পাৰো। তোমাৰ এই বিশ্বজনীন আনন্দময় সম্মিলনত কিমান অসংখ্য চন্দ্ৰ-সূৰ্য্যই দিব্যজ্যোতিৰ কিৰণ বিস্তাৰ কৰিছে, আমি কেনেকৈ আমাৰ ক্ষুদ্ৰ মৃন্ময় দেহৰ জীৱন প্ৰদীপ লৈ তোমাৰ ওচৰত উপস্থিত হম? তোমাৰ মন্দিৰত কিমান দেৱতা, কিমান পুণ্যাত্মা সাধুভক্তই অযুতস্বৰে তোমাৰ স্তুতি-গীত বন্দনা কৰিছে,—আমি তাত গৈ ক্ষীণকণ্ঠেৰে কেনেকৈ তোমাক আৰাধনা কৰিম? আজি এই পৱিত্ৰ সন্ধ্যাসময়ত পৃথিৱীৰ নানা ঠাইত কিমান গিৰ্জ্জা, কিমান মছজিদ্‌, কিমান দেৱালয়ৰপৰা ধৰ্ম্মপিপাসু নৰনাৰীৰ কাতৰ প্ৰাৰ্থনা তোমাৰ চৰণত উত্থিত হৈছে! প্ৰভো! পৰমেশ্বৰ! আমিও এই মহানগৰীৰ এক প্ৰান্তত নীৰৱ, নিৰ্জ্জন কক্ষৰপৰা দীন সেৱকৰ ভক্তিৰ উপহাৰ প্ৰদান কৰিছো। তোমাৰ অপাৰ কৃপাৰ ওপৰত নিৰ্ভৰ কৰিয়ে এই ধাৰ্ম্মিক পুৰুষ মণ্ডলীৰ সমৱেত উপাসনাত আমাৰ দুৰ্ব্বল আত্মাৰ ভক্তি আৰু কৃতজ্ঞতা অৰ্ঘ্য মিলাই দিছা, পৰমপিতা! গ্ৰহণ কৰি কৃতাৰ্থ কৰা। হৰি ওঁ। ২০॥



জ্ঞানময়, যিমানেই জানো, যিমানেই শিকোঁ সিমানেই তোমাৰ অসীমতা বাঢ়ে, সিমানেই আমাৰ ক্ষুদ্ৰতা আৰু অজ্ঞতাৰ পৰিমাণ বুজিব পাৰো। কি ৰহস্যময় তোমাৰ জগৎ,—ইয়াৰ প্ৰতি অণু-পৰমাণুতে কি দুৰ্জ্জেয় সম্বন্ধ স্থাপন কৰিছা—কিমান শক্তি, কিমান গতি, কিমান তৰঙ্গ, কিমান কম্পন, কিমান আকৰ্ষণ এক জড়জগততে প্ৰকাশ পাইছে;—মানুহে এইবিলাক নিয়ম আলোচনা কৰিবলৈ গৈ কিমান প্ৰাকৃতিক বিজ্ঞান ৰসায়ণ শাস্ত্ৰ, ভূবিদ্যা, জ্যোতিবিজ্ঞানৰ সৃষ্টি কৰিছে। আমি ইয়াৰ একোকেই জানিব নোৱাৰিলো; যিবিলাকে জানিছে তেওঁলোকেও কয় যে, তেওঁলোকে নিজে কেৱল সাগৰৰ বালিময় বেলাভূমিৰ ওপৰ খিনিহে মাথোন দেখিছে। তোমাৰ জ্ঞানৰ সাগৰ যেনে বিশাল তেনে গভীৰ, আমি কি বুজিম, কি জানিম? প্ৰাণময়, তোমাৰ ইচ্ছাতেই প্ৰতি মুহূৰ্ত্তে লক্ষ লক্ষ প্ৰাণীৰ সমাৱেশ হৈছে। কেনে বিচিত্ৰ সিহঁতৰ আয়তন, কেনে বিচিত্ৰ সিহঁতৰ আকাৰ, কেনে বিচিত্ৰ সিহঁতৰ প্ৰকৃতি আৰু বিকাশ, প্ৰত্যেকৰে লালন-পালন তোমাৰ কৃপাতেই ঘটিছে। প্ৰত্যেক জীৱনকে তুমি আনন্দময় কৰি তুলিছা। জীৱতত্ত্ব, উদ্ভিদতত্ত্ব, শৰীৰবিজ্ঞানে ইয়াৰ কিবা পাৰ পাইছেনে,—সন্ধান পাইছেনে? আকৌ মানুহৰ মনক স্বাধীনতা দি আন সকলো প্ৰাণীতকৈ উন্নত কৰি তুমি জগতৰ কিমান পৰিৱৰ্ত্তন, কিমান বৈচিত্ৰ্যৰ বিধান কৰিছা—ভাবিলে বিস্ময় মানিব লাগে। তুমি জ্ঞানৰাজ্যৰ নতুন

নতুন বিভাগ মানুহৰ মনৰ ওচৰত মুকলি কৰি দিছা, মানুহে পিপাসাতুৰ চাতকৰ নিচিনা তোমাৰ এই জ্ঞানামৃত পান কৰিছে ; কিন্তু একোতেই তৃপ্ত হোৱা নাই—বৰং নিজৰ মনৰেই অগম্যতা স্বীকাৰ কৰিছে ।

বুৰঞ্জীৰ পাত লুটিয়াই মানুহে নিজৰ অতীত ছবি দেখিবলৈ বাঞ্ছা কৰে ; কিমান বিভিন্ন স্তৰৰ মাজেদি তুমি অন্ধকাৰময় যুগৰ পৰা, পশুত্ব আৰু বৰ্ব্বৰ অৱস্থাৰ পৰা মানুহক বৰ্ত্তমান সভ্যতাৰ উচ্চস্থানলৈ লৈ আহিছে, তাৰ অলপ আভাস পাই মানুহ বিস্ময়তে অভিভূত হৈছে । প্ৰথমে পৰিয়াল, পাচত গোত্ৰ আৰু বংশ, ক্ৰমে জাতিলৈ পৰিবৰ্দ্ধিত কৰি কেনেকৈ দেশাচাৰ আৰু প্ৰথা, আইন আৰু কৰ্ম্মবিধিৰ শাসনৰ ভিতৰেদি সমাজক চৈতন্যময় বিবেক আৰু আত্মজ্ঞানৰ অধীনলৈ আনিছা—মানুহৰ সমাজ-বিজ্ঞান, ব্যৱস্থা-শাস্ত্ৰই তাৰেই আলোচনা কৰিছে । মানুহৰ মনৰ ভিতৰত জ্ঞান, ভাৱ আৰু ইচ্ছাৰ সম্মিলনত কেনে এক অখণ্ড আত্মবস্তুৰ উপলব্ধি হৈছে, তাৰ বিচাৰ কৰিবলৈ নৌবিজ্ঞান, আৰো মানৱজীৱনৰ লক্ষ্য কি,—আমাৰ চিন্তাত সঁচা-মিছা, কাৰ্য্যত ন্যায়-অন্যায়, ইচ্ছাত শুভাশুভ ভাৱত সুন্দৰ আৰু কুৎসিৎ বিচাৰ কৰিবৰ উপায় কি, ৰাজ্যশাসনৰ প্ৰণালী, বিবিধ ব্যৱস্থা প্ৰণয়নৰ আদৰ্শ কিৰূপ, ধৰ্ম্মজগতত মানৱাত্মাৰ অভিব্যক্তিৰ নিয়ম কি—ইত্যাদি প্ৰশ্ন মীমাংসা কৰিবলৈ গৈ নীতিবিজ্ঞান, যুক্তিশাস্ত্ৰ, সৌন্দৰ্য্য-বিজ্ঞান, ৰাজনীতি, ধৰ্ম্মবিজ্ঞান আৰু সকলোৰে ওপৰত দৰ্শন



শাস্ত্ৰৰ সৃষ্টি হৈছে । কিন্তু ইমান আলোচনা, ইমান অধ্যয়নৰ পাচতো তুমি অগম্য, অজ্ঞেয় হৈয়ে থাকিলা । তোমাৰ তত্ত্ব নিৰূপণ কৰিব নোৱাৰি কিমান বৈজ্ঞানিক, কিমান দাৰ্শনিকে তোমাৰ অস্তিত্ব অস্বীকাৰ কৰিছে ! কোনোৱে বা তোমাকে অজ্ঞেয় বুলি মানুহক তোমাৰ অন্বেষণৰ পৰা নিবৃত্ত কৰিছে, কোনোৱে বা আকৌ তোমাৰ বিষয়ে সন্দিহান হৈ তোমাক সংসাৰৰ সকলো ঘটনাৰপৰা সৰুৱাই যি নিশ্চিত, যি প্ৰামাণ্য যি দৃশ্যমান, যিখিনি ইন্দ্ৰিয় গ্ৰাহ্য—কেৱল তাকে লৈয়ে ব্যস্ত আছে । হে অসীম, পূৰ্ব্বকালৰ আচাৰ্য্যসকলে, ভাৰতৰ পূজনীয় ঋষিসকলে এইবাবেই কয় যে তোমাক জানো, এনে নহয়—তোমাক নাজানো, এনেও নহয়, —তোমাক জানো অথচ নাজানো এই তত্ত্ব যিয়ে হৃদয়ঙ্গম কৰিছে সিয়ে তোমাক যথাৰ্থতে জানিছে । তেওঁলোকেই কয় যে ঋগ্বেদ, যজুৰ্ব্বেদ, সামবেদ, অথৰ্ব্ববেদ, শিক্ষা, কল্প, ব্যাকৰণ, নিৰুক্ত, ছন্দ আৰু জ্যোতিষ এইবিলাকেই অপৰাবিদ্যা ; অক্ষৰ, তোমাক যি বিদ্যাৰে জনাযায় সেয়ে পৰা বিদ্যা । হে গুৰু, আজি সেই ব্ৰহ্মবাদিসকলৰ পদানুসৰণ কৰি তোমাক জানিব খোজোঁ, তুমি আমাক সেই জ্ঞান দিয়া প্ৰভো !—যি জ্ঞানেৰে তোমাক জানিব পাৰি । তুমি আমাক বুজিবলৈ দিয়া যে বৰ্ত্তমান সভ্যতাৰ সকলো বিজ্ঞান, সকলো দৰ্শনৰ সাৰ, সকলো বিদ্যাৰ চৰমবিদ্যা—ব্ৰহ্মজ্ঞানেই একমাত্ৰ সাধনীয় । ২৯ ॥

———

সত্যদেৱতা, তুমি গোটেই আকাশ, সমস্ত কাল ব্যাপি বিৰাজ কৰিছা, জড়জগতৰ প্ৰত্যেক অণু পৰমাণুতে তুমি, চেতন ৰাজ্যৰ প্ৰতি প্ৰাণত তুমি, অন্তৰ্জগতৰপ্ৰতি চিন্তাত তুমি, সকলো ইন্দ্ৰিয়ই ৰূপ, ৰস, গন্ধ, স্পৰ্শ শব্দৰ ভিতৰেদিয়েই তোমাৰ জ্ঞান প্ৰকাশিত কৰিছে। আমাৰ স্মৃতি আৰু কল্পনা, বুদ্ধি আৰু বিচাৰ শক্তি তোমাক লৈয়ে চালিত হৈছে। তুমি অসীম, অগম্য, অপাৰ—আমি সসীম মানুহে আমাৰ সঙ্কীৰ্ণ জ্ঞানৰ মাজেদিয়েই তোমাক নানা অংশত খণ্ডিত কৰি আংশিক ভাৱে জানিছো। আমাৰ অভিজ্ঞতাৰ ভিতৰেদি, আমাৰ জীৱনৰ কাৰ্য্যকলাপ, আমাৰ সুখদুখ, ইষ্টানিষ্ট, আমাৰ স্বাৰ্থ সুবিধা আদিৰ মাজেদি তোমাক যিমানখিনি উপলব্ধি কৰিব পাৰি, অবোধ মনে তাৰ কণা এটিও বুজিব নোৱাৰে। আমাৰ নিজৰ মনকেই ভালকৈ নাজানো,— নিজৰ অন্তৰত কিমান আকাঙ্ক্ষা কিমান আশা, কিমান সংগ্ৰাম, কিমান প্ৰেম, কিমান ৰহস্যৰ ঢৌ উঠিছে, খেলা কৰিছে, নোহোৱা হৈছে—তাৰ তত্বই সম্পূৰ্ণৰূপে, সুশৃঙ্খলভাৱে আমাৰ ওচৰত পৰিষ্কাৰ হৈ দৃশ্যমান নহয়,— আৰু তোমাক, তোমাৰ অনন্ত সত্তাক কিৰূপে বুজিম ? এই সসীমতাৰ পৰায়েতো আমাৰ এনে মায়া, এনে মোহ এনে অজ্ঞতা, এনে অবিদ্যা, এনে বিৰোধ, এনে বৈষম্য ; এইবাবেই দৰ্শন বিজ্ঞানত তোমাৰ স্বৰূপলৈ ইমান দ্বন্দ, ইমান কোলাহল ; কোনোৱে কয়—তোমাক জানিব নোৱাৰি ; তুমি অজ্ঞেয়, অথচ তুমিয়ে আমাৰ সকলো জ্ঞানৰ ভেঁটি,



কোনোৱে কয় – তোমাক আমাৰ ইন্দ্ৰিয়ৰ দ্বাৰা যিৰূপে উপলব্ধি কৰো তুমিও সেই ৰূপেই,—তোমাৰ অন্য কোনো অতীন্দ্ৰিয় স্বৰূপ নাই, কোনোৱে কয়—জড় পদাৰ্থই তোমাৰ প্ৰকৃত চৰমসত্তা, চেতন আৰু প্ৰাণত জড়ৰেই বিকাশ আৰু পূৰ্ণতাৰ ভিন ভিন স্তৰ প্ৰকাশ পায়, কোনোৱে আকৌ কয়— মনেই তোমাৰ যথাৰ্থ অভিব্যক্তি, যি জড়নামে পৰিচিত, সি সঁচাকৈয়ে মনৰ ৰূপান্তৰ আৰু ইন্দ্ৰিয়ৰ অনুভৱ সাপেক্ষ আন কোনোৱে কয় তুমি এক, প্ৰকৃতি আৰু মানৱাত্মা তোমাৰ বিভিন্ন দিশ ; কোনোৱে কয়— তুমি দ্বৈতভাৱাপন্ন শৰীৰ আৰু মন, জড়জগত আৰু আধ্যাত্মিক জগত তোমাৰ দুটা স্বতন্ত্ৰ আৰু স্বাধীন প্ৰকাশ ; কোনোৱে কয় তোমাৰ স্বৰূপ অসংখ্য জড়পদাৰ্থৰ ভিন ভিন পৰমাণু আৰু মানুহৰ ভিন ভিন আত্মা— প্ৰত্যেকেই মূল সত্য। এই সকলো তৰ্ক বিতৰ্কৰ মাজতো তুমি স্থিৰ, তুমি অবাঙ্মনসোগোচৰ, অনন্তদেহত গোটেই ব্ৰহ্মাণ্ড ধাৰণ কৰি এক নিয়মে, এক শৃঙ্খলাৰে চলাইছা, অনন্তমনতে সকলো চিন্তা, সকলো জ্ঞান একত্ৰিত কৰি তোমাৰ ইচ্ছা পূৰ্ণ কৰিছা ;– আমাৰ প্ৰথম দৃষ্টিৰ বিৰোধী কাৰ্য্য দৃশ্যতঃ বিক্ষিপ্ত চিন্তা আৰু পৰস্পৰ বিযুক্ত প্ৰীতি, তোমাৰ বিশ্বজীৱনত মিলিত হৈ এই বিচিত্ৰ, সুন্দৰ, উন্নতিশীল জগতৰ ইতিহাস ৰচনা হৈছে ; তুমি সকলো আত্মাৰে পৰমাত্মা, সকলো সত্যৰে মূলসত্য। ৩০ ॥

——

অনন্ত তোমাৰ জ্ঞান, অনন্ত তোমাৰ প্ৰেম, অনন্ত তোমাৰ শক্তি। গোটেই আকাশ ব্যাপি সকলো কালকে আলিঙ্গন কৰি আছা। কোটি কোটি যোজন দূৰত ক'ত কোন নক্ষত্ৰৰ স্থিতি, ক'ত কোন গ্ৰহ দ্ৰুতবেগে ঘূৰিছে, সেইবিলাক তত্ত্ব তুমি জানা, সেইবিলাকৰ প্ৰত্যেক অণু পৰমাণু তুমি শাসন কৰা; আকৌ ইয়াতো পৃথিৱীৰ সকলো প্ৰাকৃতিক আৰু মানৱীয় শক্তিৰ মূলত তুমি। সকলো ঠাইতে প্ৰসাৰিত বাহু, সৰ্ব্বদৰ্শী চকু,—তুমি জগতৰ সকলো ঘটনাৰে মূলত, তোমাৰ জ্ঞান প্ৰকৃতিত মুদ্ৰিত, তোমাৰ জ্ঞান মানৱাত্মাত জাগ্ৰত। অনন্তকালৰ প্ৰতি মুহূৰ্ত্তৰ বুৰঞ্জী তোমাৰ সমূখতে জ্বল-জ্বল, পট-পট, ভূত বৰ্ত্তমান ভৱিষ্যতক একত্ৰিত কৰি তুমি সকলোকে জানিছা, হাজাৰ বছৰৰ পাচতো কি হব তাৰ ব্যৱস্থা এতিয়াৰ পৰাই ঠিৰাং কৰি ৰাখিছা। আমাৰ চিন্তা, আমাৰ কল্পনা ইয়াত পৰাস্ত হৈ যায়। আমি এখন কিতাপেৰে গোটেইখিনি কথা মনত ৰাখিব নোৱাৰো, সকলো চিন্তাকে আয়ত্ত কৰিব নোৱাৰো আৰু তুমি সকলো শাস্ত্ৰ সকলো জ্ঞান অকল তোমাৰ মনতে ধাৰণ নকৰিছা নে? চকুৰ একপলকতে জানো বিশ্বব্ৰহ্মাণ্ডৰ যাৱতীয় ঘটনাৰ অতীত আৰু বৰ্ত্তমান অধ্যয়ন নকৰিছা! আমি আমাৰ ক্ষুদ্ৰ গণ্ডীৰ বাহিৰত প্ৰেম বিস্তাৰ কৰিব নোৱাৰো; এজনৰ কথা ভাবিলে হৃদয়ৰ কোমল তাঁৰ ডালি করুণস্বৰত বাজি উঠে, আন দহজনৰ বাবে প্ৰাণত কোনো চিন্তাই উপস্থিত হব নোৱাৰে;—আৰু তুমি



জানো গোটেই মানৱজাতিকে মাতৃৰ নিচিনা স্নেহত পমি গৈ সাৱটি ধৰি নাৰাখিছা, সকলো অভাৱ পূৰ্ণ নকৰিছা—সকলোকে কল্যাণৰ পথ দেখুৱাই নিদিছা! তোমাৰ প্ৰেমেই ধন্য!

তোমাৰ শক্তিৰ কথা ভাবিলে বিস্ময়ত নীৰৱ হৈ থাকিব লগা হয়। ইমান ডাঙৰ গ্ৰহবিলাকক শূন্যপথত চলাইছা, কিমান ডাঙৰ পৰ্ব্বত সাগৰৰ বুকুত ডুবাই দিছা, সাগৰৰ মাজৰ কিমান বৃহৎ প্ৰৱালদ্বীপ ৰচনা কৰিছা! মানুহৰ এই ক্ষুদ্ৰ দেহত তুমি কি মহতীশক্তি নিহিত কৰি দিছা যে, মানুহে তাৰ বলেৰে সকলো প্ৰাণীৰ ওপৰত প্ৰভুত্ব কৰিছে, বনৰীয়া দুৰ্দ্দান্ত হাতী, বাঘ, সিংহ আদিক দমাই ৰাখিছে,—প্ৰাকৃতিক শক্তি আৰু ভৌতিক উপাদান বিলাকক নিজৰ ইচ্ছানুৰূপ কাৰ্য্যত নিয়োগ কৰিছে। মানুহৰ ক্ষুদ্ৰ চকুৰ দৃষ্টিশক্তিৰ সীমা অতি সঙ্কীৰ্ণ, কিন্তু ইয়াৰ অভাৱ পুৰণৰ বাবে কিমান অণুবীক্ষণ আৰু দূৰবীক্ষণৰ সৃষ্টি কৰিছে; কাণৰ পৰিমিত শ্ৰৱনশক্তিক দূৰদেশতো বিস্তৃত কৰিবলৈ কিমান টেলিগ্ৰাফ আৰু টেলিফোনৰ উদ্ভাৱনা হৈছে! মানুহৰ গমনশক্তিৰ বাধা জন্মাইছে বুলিয়েই পৰ্ব্বতৰ বুকু ফালি দ্ৰুতগামী গাড়ী চলিছে, সাগৰৰ ঢৌ ঠেলি বাষ্পীয় যান চলিছে। এই ৰূপেই তুমি দূৰক ওচৰ কৰিছা, প্ৰেমৰ মহিমাৰ গুণত সমগ্ৰ মানৱ-জাতিকে এক কৰিছা। এক প্ৰাণ, এক হৃদয়ে তোমাৰ সকলো সন্তানকে বান্ধিছে। দুখ শোকত, সুখ সম্পদত পৰস্পৰৰ সহানুভূতিৰ বিকাশ কৰি গোটেই মানৱসমাজকে এক মায়া

ডোলেৰে বান্ধিছা। তোমাৰ এই বৰণীয় জ্ঞান, প্ৰেম আৰু শক্তিক নমস্কাৰ। ৩১ ॥

তুমি সত্য, যিহকে দেখো, সিয়ে তোমাৰ সত্তাতে সত্তাৱান। তুমি প্ৰত্যেক জড়পদাৰ্থৰ পৰামাণু আৰু প্ৰত্যেক জীৱজন্তুৰ প্ৰাণত বৰ্ত্তমান থাকি সৃজন, পালন আৰু সংহাৰ ক্ৰিয়াৰ বিধান কৰিছা। চৰায়ে যেনেকৈ নিজৰ ভৌকাৰ আঁৰত পোৱালিক আৱৰি ৰাখে তেনেকৈ তুমিও জগতৰ জননী ৰূপধৰি এই বিশ্বসংসাৰক তোমাৰ প্ৰেমত আচ্ছাদিত কৰি ৰাখিছা। মাছ পানীত থাকে, অথচ পানীৰ অস্তিত্ব অনুভৱ কৰিব নোৱাৰে। মানুহে বায়ুমণ্ডলত বুৰ গৈ থাকিও বায়ুৰ কথা নাজানে, তেনেকৈ তুমি এই জল-স্থল বায়ুময় জগতত ব্যাপক ভাৱে থকাতো জড়, চেতন কোনোৱে তোমাক নাজানে। সকলো পৰিৱৰ্ত্তনৰ মাজতো তুমি একমাত্ৰ নিত্য আৰু অপৰিৱৰ্ত্তনীয়। ইন্দ্ৰিয়ৰ অনুভূতিৰ মূলতো তোমাৰ অতীন্দ্ৰিয় সত্তা;–বিশুদ্ধচিত্ত ৈ ধ্যান কৰিলেহে জ্ঞানৰ পোহৰত তোমাক জানিব পাৰি। বিজ্ঞানাত্মাতেই কেৱল তুমি স্বতঃপ্ৰকাশিত। তুমি সকলোৰে কাৰণ আৰু অনাদি পুৰুষ তুমি সকলোকে জানা, অথচ তোমাক কোনোৱে নাজানে তুমি সকলোকে দেখা, অথচ তোমাক কোনেও নেদেখে। তুমি অতি প্ৰাচীন, অথচ প্ৰতি দিনেই নতুন। তুমি সংসাৰ সাগৰৰ তৰণী, সকলোৰে আশ্ৰয়, তুমি নিৰ্ব্বিকাৰ, নিৰাকাৰ, অথচ সকলো পৰিৱৰ্ত্তন আৰু ৰূপাত্মক দৃশ্য জগৎ তোমাৰেই



প্ৰকাশ। তুমিয়ে আমাৰ একমাত্ৰ শৰণীয়, তুমিয়ে আমাৰ একমাত্ৰ বৰণীয়। তুমি আমাৰ মঙ্গলবিধাতা, ন্যায়বন্ত বিচাৰ পতি,—সকলো শুভ সঙ্কল্পৰে তুমি সহায় আৰু সিদ্ধিদাতা। তোমাৰ বাৰম্বাৰ নমস্কাৰ কৰোঁ। ৩২ ॥

---

অনন্তদেৱতা, তোমাৰ লীলা আমি কেনেকৈ বুজিম? অনন্তকোটি ব্ৰহ্মাণ্ড ব্যাপি তোমাৰ আধিপত্য,— কি মহান শক্তি, কি অসীম জ্ঞান, কি গৌৰৱান্বিত মহিমাৰে তুমি জগৎ-ব্যাপাৰ চলাইছা,—আমি তাৰ বিষয়ে কি জানো? এই ক্ষুদ্ৰ পৃথিৱীৰ ইতিহাসকে আমি ভালদৰে নাজানো ; পৰুৱা-পিপৰাৰ নিচিনা বংশানুক্ৰমে মানুহ আহে আৰু গুচি যায়, মানুহৰ কি সাধ্য যে তোমাৰ ঐশ্বৰিকতা উপলব্ধি কৰিব পাৰে? তুমি কৃপাকৰি নিজকে কিছুদূৰ প্ৰকাশ কৰিছা, সেই বাবেই আমি তোমাক জানো। আমি চকুৰে যি দেখো, কাণেৰে যি শুনো সি কেৱল অসংবদ্ধ, ছিন্নভিন্ন। তুমি আমাৰ চৈতন্যৰূপে আছা বুলিয়ে আজি দেশকালৰ অতীত, ইন্দ্ৰিয়ৰ অতীত সত্য উপলব্ধি কৰিব পাৰো। আমাৰ স্মৃতি, বুদ্ধি, কল্পনা কিৰূপে বিকাশ প্ৰাপ্ত হৈছে, সমগ্ৰ জগৎ স্থায়ী, আত্মা আৰু তাৰ সংযোজক পৰমব্ৰহ্ম কিৰূপ, তাক আমি ধাৰণা কৰিবলৈ সমৰ্থ হৈছো, কেনেকৈ প্ৰকৃতি আৰু মানৱ-সমাজত নিয়মৰ অভিব্যক্তি আৰু মঙ্গলৰ প্ৰতিষ্ঠা স্থাপিত

হৈ আছে এই বিলাক কথা যেতিয়া ভাবো তেতিয়া বিস্ময়ত, ভক্তিত তোমাৰ চৰণত মূৰ আপোন আপুনি দোঁ খাই যায়। ৩৩॥

---

মঙ্গলময় পিতা, সন্তানৰ মঙ্গলৰ কাৰণে তুমি কিমান নিয়মৰ বিধান নকৰিছা! কি ন্যায়, কি অন্যায়, কিহত ভাল, কিহত বেয়া এই জ্ঞান আমাৰ হৃদয়ত দিছা, আকৌ ইচ্ছাৰ স্বাধীনতা দি আমাৰ পাপ পুণ্য দুয়োকে সম্ভৱ কৰিছা। আমাৰ অন্তৰত থাকি অভ্ৰান্ত নৈতিক আদেশ প্ৰচাৰ কৰি আমাক অশুভ কাৰ্য্যৰ পৰা বিৰত ৰাখিছা আৰু শুভ কাৰ্য্যত প্ৰেৰণা দিছা। আমি বিশ্বাস ভক্তি আৰু বিনয়েৰে সৈতে তোমাৰ লগত মিলিত হবলৈ যিমানেই সাধনা কৰোঁ, সিমানেই তুমি উচ্চৰ পৰা উচ্চতৰ আদৰ্শ আমাৰ ওচৰত দাঙি ধৰা। আমাৰ হৃদয়ৰ সৌন্দৰ্য্য ফুটাই তুলিবলৈ, প্ৰেম বিকশিত কৰিবলৈ তুমি কিমান ঘটনা কিমান অৱস্থাৰ ভিতৰেদি আমাৰ জীৱন কলৈ লৈ গৈছা; মানৱসমাজত তোমাৰ সত্য, ন্যায়. মঙ্গল, শান্তি. পৱিত্ৰতা আদিৰ স্বৰ্গৰাজ্য স্থাপন কৰিবলৈ তুমি ইতিহাসৰ ঘটনাবিলাক নিয়মিত কৰিছা। কিমান প্ৰথা, কিমান আইন, কিমান, নীতি. কিমান ধৰ্ম্ম, কিমান বিজ্ঞান, কিমান দৰ্শনে তোমাৰ মঙ্গলনিয়ামক মানৱসমাজত স্পষ্টভাৱে প্ৰকাশ কৰিছে। তুমি আকৌ মহাপুৰুষসকলৰ হৃদয়ত অৱতীৰ্ণ হৈ তেওঁলোকৰ ভিতৰেদিয়েই তোমাৰ আধ্যাত্মিক সত্যবিলাক প্ৰচাৰিত কৰিছা।



তেওঁলোকৰ জীৱনৰ দৃষ্টান্তেৰে কোটি কোটি নৰনাৰীক তোমাৰ সনাতন ধৰ্ম্মত অনুপ্ৰাণিত কৰিছা। জগতৰ সাধু-ভক্ত সকলে তোমাৰ মঙ্গল ইচ্ছাত আত্মসমৰ্পণ কৰি তোমাৰ প্ৰীতিৰ বাবে মানৱসমাজৰ সেৱা কৰি উন্নত জীৱন লাভ কৰিছে, তেওঁলোকৰ মুখেৰেই তোমাৰ জ্বলন্ত সত্য নিঃসৃত হৈছে, তেওঁলোকৰ প্ৰভাৱতে মানৱসমাজৰ নীতি আৰু ধৰ্ম্মৰ আদৰ্শ উচ্চ স্তৰলৈ উন্নীত হৈছে। তেওঁলোকৰ জীৱনত তোমাৰ কৰুণাৰ সাক্ষ্য দি তুমি আমাক আশা আৰু উৎসাহেৰে বলীয়ান কৰিছা। আকাশৰ চন্দ্ৰতৰাক যেনেকৈ সৃষ্টি কৰি তুমি তোমাৰ জ্ঞানৰ বলেৰে সেইবিলাকক নিৰ্দ্দিষ্ট পথত চলাই এই ব্ৰহ্মাণ্ডৰ কল্যাণসাধন কৰিছা, তেনেকৈ আমাৰ আত্মাকো তুমিয়ে সৃজন কৰি, মঙ্গলৰ ফালে পথ দেখুৱাই লৈ গৈ পৰিণামত পৰিপূৰ্ণ জ্ঞান, প্ৰেম আৰু আনন্দ দিবা,—ইয়াকে নিশ্চয় জানি আমি কৃতজ্ঞ থাকিম। ৩৪॥

---

তুমি এক, অথচ বহুধা বিভক্ত হৈ বিচিত্ৰ বৰ্ণেৰে প্ৰকাশিত হৈছা; সকলো বিজ্ঞান, সকলো দৰ্শনে তোমাৰ 'একমেবাদ্বিতীয়ং' ৰূপৰ অন্বেষণ কৰিছে। মানুহ দ্বৈত লৈয়ে সন্তুষ্ট নাথাকে, মানুহে সকলো বিৰোধ, সকলো বৈচিত্ৰ্যৰ মূলত মিলনৰ ভিত্তি, ঐক্যৰ ধাৰা দেখিবলৈ ইচ্ছা কৰে। পৰিৱৰ্ত্তনৰ অৱলম্বন তুমিয়ে একমাত্ৰ অপৰিৱৰ্ত্তনীয়, বিকাৰৰ

অৱলম্বন তুমি, কিন্তু নির্ব্বিকাৰ, সময়ৰ পাচত তুমি সময়াতীত, ক্ষন্তেকৰ মাজত তুমি নিত্য, নতুনৰ মাজত তুমি পুৰণি, মৃত্যুৰ মাজত তুমি অমৃত, বিনাশৰ মাজত তুমি অবিনাশী। সকলো ফালেই তুমি পৰস্পৰ বিৰোধী ভাৱৰ সমন্বয় ভূমি। তুমিতো অকল নাম-ৰূপ উপাধি-বিহীন নিৰৱচ্ছিন্ন সত্তা নোহোৱা,— তুমি যে চৈতন্যময় পুৰুষ,—এইবাবেই সকলো নাম-ৰূপ-উপাধি তোমাতে প্ৰয়োগ কৰা হয়। তুমি যেনেকৈ প্ৰাকৃতিক জগতৰ তাপ-পোহৰ তাড়িতৰ ক্ৰিয়াৰ মাজত এক শক্তি, তেনেকৈ কঠিন তৰল বায়ৱীয় শীত-গ্ৰীষ্ম, পোহৰ-আন্ধাৰ প্ৰভৃতিৰ পৰিৱৰ্ত্তনৰ মূলতো তোমাৰেই শক্তি, আৰু মনৰ জগতৰ সুখ-দুখ, আশা-ভয়, পাপ-পুণ্য, প্ৰেম-ঘৃণা এইবিলাকৰ মূলতো তোমাৰেই মঙ্গল ইচ্ছা;—আমি যে ভালবেয়া, উচ্চনীচ, ন্যায় অন্যায় আৰু সত্য-অসত্যৰ বিচাৰ কৰো, তাতো তোমাৰেই প্ৰকাশ। একোৱেই পৰিত্যাজ্য নহয়, একোৱেই নিন্দনীয় নহয়—মাত্ৰ যেতিয়ালৈকে তোমাৰ অসীমতাৰ মাজত নিজক ডুবাই ৰাখি দেশকালৰ অতীত ৰাজ্যত থাকো। ৩৫॥

---

তুমি সত্য, বাহিৰৰ দৃশ্যজগতত তুমি আছা, অন্তৰৰ অদৃশ্যলোকতো তুমি আছা, বাস্তৱ জগতত ইন্দ্ৰিয়ৰ সাহায্যত তোমাক দেখো, আদৰ্শ জগতত আকৌ আত্মাৰ চকুত তুমি প্ৰকাশিত। আস্বাদ, বৰ্ণ, গন্ধ, শীত, তাপ, পোহৰ, আকাশ,



বতাহ, মাটি, পানী সকলোতে তুমি আছা, আকৌ ন্যায় সত্য দয়াধৰ্ম্ম, প্ৰেমপুণ্য, সৌন্দৰ্য্য-আনন্দ ৰূপেও তুমি আছা। শক্তিজগতত যেনে, শান্তিক্ষেত্ৰতো তেনে—নানাৰূপে, নানাভাৱে অনন্ত হৈয়ে আছা। কেৱল যে অগণন গ্ৰহ-নক্ষত্ৰযুক্ত অসীম আকাশত তুমি অনন্ত সি নহয়, কেৱল যে স্মৰণাতীত যুগৰ পৰাই কল্পনাতীত ভৱিষ্যতলৈকে মানৱ-ইতিহাসৰ আৰু প্ৰকৃতিৰ বিকাশৰ মাজতেহে তুমি অনন্ত সিও নহয়—তুমি মুহূৰ্ত্তে মুহূৰ্ত্তে অনন্ত, সকলো ঠাইতে অনন্ত হৈয়ে বিৰাজিত হৈছা, প্ৰত্যেক বস্তুতেই ব্যাপ্ত থাকি, প্ৰত্যেক অণু-পৰমাণুতে প্ৰৱিষ্ট হৈ তোমাৰ অনন্ত শক্তি বিৰাজ কৰিছে। এটি সামান্য ধূলিকণাৰ তত্ত্ব অন্বেষণ কৰিবলৈ কাৰ্য্যকাৰণৰ জ্ঞানকে খামোচ মাৰি ধৰি তোমাৰ গোটেই সৃষ্টিৰহস্য উদ্ঘাটন কৰিব লগীয়া হয়। দেখিবলৈ পোৱা যায়—পোহৰৰ সোঁততেই জগৎ ভাহি গৈছে,—যি পোহৰ কোন সুদূৰৰ সূৰ্য্যালোকৰ পৰা বাহিৰ হৈ কিমান ইথাৰৰ ঢৌত আন্দোলিত হৈ আমাৰ মৰ্ত্ত্যৰ আৱাস বিচাৰি পাইছেহি, ইয়াৰ লগত প্ৰত্যেক মুহূৰ্ত্ততে গোটেই সৌৰজগতৰে সংলগ্ন আছে,— ই আমাৰ চকুত দৃষ্টিশক্তি দিছে, কিমান বীজক অঙ্কুৰ, অঙ্কুৰক ফুল আৰু ফুলক ফল কৰিছে। তুমি পোহৰৰ দেৱতা হৈ, তাপৰ গৰাকী হৈ, শস্যক্ষেত্ৰত মানুহৰ অন্নবস্ত্ৰৰ উপকৰণ প্ৰস্তুত কৰিছা। আমি যাক প্ৰকৃতিৰ নিয়ম বোলো, সিও তোমাৰেই ইচ্ছাৰ প্ৰকাশ; তোমাৰ মঙ্গল ইচ্ছাৰ অধীনতে বতাহ বলিছে, জুয়ে তাপ দিছে,

চন্দ্ৰই জোনাক বিলাইছে, মেঘে বৰষুণ দিছে, বিদ্যুতে চমক লগাইছে। তোমাৰ ইচ্ছাতেই জড়জগতৰ নিয়ম আৰু শৃঙ্খলা, প্ৰাণীজগতৰ জন্ম-বৃদ্ধি-মৃত্যু, আমাৰ দেহ যন্ত্ৰৰ কাৰ্য্য, খাদ্য-পৰিপাক, ৰক্তসঞ্চালন, নিশ্বাস প্ৰশ্বাস আৰু জীৱনীশক্তি অবিৰাম চলিছে। আমাৰ চৰ্ম্মচকুৰ দৃষ্টিত কিমান ভুলভ্ৰান্তি আছে।—আমি যেতিয়া আমাৰ জ্ঞানচকুৰে দেখোঁ, তেতিয়া তোমাৰ সত্য আমাৰ ওচৰত বোধগম্য হয়।—চকুৰে দেখোঁ, এই মুহূৰ্ত্ততো পৃথিৱী স্থিৰ নিশ্চল হৈ আছে; কিন্তু জ্ঞানেৰে উপলব্ধি কৰোঁ, কাঁড়ৰ নিচিনাকৈ শূন্যপথত বেগেৰে গৈয়ে আছে; চকুৰে দেখোঁ, সূৰ্য্য আকাশত এটি ক্ষুদ্ৰ জ্বলন্ত গোলকৰ নিচিনা শোভা পাইছে; কিন্তু জ্ঞানে কয়—ই পৃথিৱীতকৈ লক্ষ লক্ষ গুণে ডাঙৰ,—সেইৰূপেই আমি চকুৰে দেখোঁ ঘৰবাৰী, আলি-পদূলি, যানবাহন, কল-কাৰখানা—কিমান কোলাহল, কিমান বিৰোধ, কিমান দুঃখ, কিমান শোক,—কিন্তু জ্ঞানৰ বলত জানোঁ—ইয়াৰ মাজতো তোমাৰ সত্য-শিৱ-সুন্দৰৰ ৰূপ প্ৰকাশিত হৈছে। যেতিয়া আমাৰ আত্মাৰ চকু মুকলি হয়, তেতিয়া আমি তোমাক সকলোৰে মূলত নিত্যপ্ৰাচীন, শান্তদেৱতা আৰু প্ৰেমময় পিতাৰূপে পাই, বীতৰাগ আৰু নিৰ্ভয় হওঁ। তোমাৰ অনন্তভাৱ যেনেকৈ প্ৰকৃতিত, তেনেকৈ আমাৰ আত্মাতো। মানুহৰ হিয়াত কি এক অনন্তৰ মোহৰ মাৰি দিছা, যিহৰ বাবে মানুহে জ্ঞান-প্ৰেম, মঙ্গলভাৱ সকলোতে তোমাৰ নিচিনা পূৰ্ণতা লাভ কৰিবলৈ একেবাৰেহে দৌৰিছে। পশুপক্ষীৰ নিচিনা কেৱল



আহাৰ-নিদ্ৰা, ভোক-পিয়াহ, বিশ্ৰাম আৰু আৰাম লৈয়ে মানুহ স্থিৰে থাকিব নোৱাৰে। কেৱল স্বাৰ্থ আৰু প্ৰয়োজনৰ কাৰণে মানুহ নচলে—তাৰ বাহিৰেও আন এটা লক্ষ্য আছে যিয়ে দেৱত্বৰ বাবে,—স্বৰ্গৰ অমৃতৰ বাবে মানুহক লালায়িত কৰে সেই দুৰ্ল্লভ বস্তুৰ আকাঙ্ক্ষাৰ কাৰণে মানুহ ইমান জ্ঞান-লিপ্সু। চকুৰ দৃষ্টি ক্ষীণ,—কিন্তু মানুহে অণুবীক্ষণ, দূৰবীক্ষণেৰে দৃষ্টি শক্তি প্ৰসাৰিত কৰিছে; টেলিগ্ৰাফ, টেলিফোনেৰে শ্ৰৱণ-শক্তি বঢ়াইছে—আকৌ বাণিজ্য-ব্যৱসায়, শিল্প বিজ্ঞান আৰু আৰ্থিক সম্বন্ধত বিশ্ব-ভ্ৰাতৃত্ব প্ৰতিষ্ঠিত কৰিছে। মানুহে জানি বা নাজানিয়েই অনন্তৰ ফালে ক্ৰমাৎ আগবাঢ়ি গৈছে; সেয়ে তোমাৰ পৰিপূৰ্ণ মঙ্গল ভাৱৰ প্ৰমাণ। ধন-মান-খ্যাতি, প্ৰতিপত্তিত আত্মাৰ তৃপ্তি নাই। আমি ইহঁতৰ পিচে পিচে ঘূৰি পৌত্তলিকতাৰ উপাসনা কৰিছোঁ। যেতিয়া তোমাক পিতা বুলি মাতি বিশ্বজীৱনৰ লগত আমাৰ যোগ সূত্ৰ ৰাখি তোমাৰ ওচৰত প্ৰাৰ্থনা কৰোঁ—তেতিয়াই আমাৰ চৰম সাৰ্থকতা। তুমি প্ৰেমময়, আনন্দময় দেৱতা,—তোমাৰ প্ৰেম আৰু সৌন্দৰ্য্য প্ৰকৃতিৰ মুক্ত-প্ৰান্তৰত, আকাশৰ নীলিমাত, তৃণৰ শ্যামলতাত, ফুলৰ কোমলতাত; সকলো গীত, সকলো গন্ধতে আমি উপাসনা কৰিছোঁ; ঘৰ পৰিয়াল, বিদ্যালয়, কৰ্ম্মক্ষেত্ৰ সকলোতে তোমাৰ প্ৰেম; নানা হাঁহিধেমালিত, উৎসৱ অনুষ্ঠানত তোমাৰ আনন্দ। তুমি এক হৈও বহুত, পুৰণি হৈও চিৰ নতুন। এক পৃথিৱীয়ে

মানৱসমাজৰ শৈশৱ আৰু বৰ্ত্তমান শক্তিকালৈকে আমাক ধাৰণ কৰি আছে, কিন্তু মানুহৰ জ্ঞান বিজ্ঞানে তাৰ কিমান পৰিবৰ্ত্তন সাধন কৰিছে ; একে আকাশেই পোহৰ, বতাহ, কিমান অৰ্থ, কিমান ব্যাখ্যা লাভ কৰিছে। আমাৰ বাল্য-কালৰ পৃথিৱী আৰু এতিয়াৰ পৃথিৱীৰ জ্ঞানত কিমান প্ৰভেদ ; প্ৰেমৰ বৈচিত্ৰ্যত তোমাৰ অনন্তৰূপৰ অভিব্যক্তি। ৩৬॥

---

অজ্ঞেয় ৰহস্যময় দেৱতা, তুমি কি বাবে এনে সযত্নে নিজক গোপন কৰি ৰাখিছা ? যুগযুগান্তৰ ধৰি মানুহে তোমাক বিচাৰি বিচাৰি ক্লান্ত, শ্ৰান্ত হৈ গৈছে ; কিমান ভক্ত, কিমান ঋষিয়ে তোমাৰ স্তুতি বন্দনা ;—কিমান বৈজ্ঞানিক, কিমান দাৰ্শনিকে চিন্তাৰ সহায়ত তোমাক ধৰিবলৈ গৈ পৰাস্ত হৈ উলটি আহিছে ; কিমান কবি, কিমান চিত্ৰকৰে কল্পনাৰ তুলিকাৰে তোমাৰ সৌন্দৰ্য্য বাস্তৱজগতত প্ৰকাশিত কৰিবলৈ চেষ্টা কৰিছে ; কিন্তু তুমি যেনে অগম্য, অপাৰ, অনন্ত, অসীম ঠিক তেনে হৈয়ে থাকিলা। আমাৰ ক্ষুদ্ৰ, সঙ্কীৰ্ণ জ্ঞান, প্ৰেম আৰু ইচ্ছাই কেনেকৈ তোমাৰ অসীম ভাৱৰ ধাৰণা কৰিবলৈ সমৰ্থ হব ; কিমান ধৰ্ম্মপিপাসুৱে তোমাৰ বিৰাট মুৰ্ত্তিৰ ধ্যান কৰিবলৈ অসমৰ্থ হৈ তোমাক তুচ্ছ জ্ঞান কৰি শিলকাঠৰ মাজত তেওঁলোকৰ ইচ্ছানুযায়ী তোমাৰ ৰূপ দৰ্শন কৰিছে আৰু স্বপ্ন যোগত তোমাৰ সুন্দৰ বা ভীষণ ৰূপ প্ৰত্যক্ষ



কৰিছে বুলিয়েই নিজকে প্ৰবোধ দিছে, কোনোৱে বা ধৰ্ম্মসম্প্ৰদায়বিলাকক অজ্ঞ কুসংস্কাৰ গ্ৰস্ত শিশুসকলৰ খেলা বুলি আৰু তোমাৰ অস্তিত্ব অস্বীকাৰ কৰি বুদ্ধি বা চতুৰালিৰ পৰিচয় দিছে। তুমি নানা তৰ্ক, নানা মতবাদৰ মাজতো নিজৰ মহিমাতে প্ৰশান্তভাৱে প্ৰতিষ্ঠিত হৈ আছা, আৰু ভক্ত সকলক অন্তৰত নিজৰ স্বৰ্গৰাজ্য প্ৰকটিত কৰি সমগ্ৰ মানৱ সমাজক উন্নত কৰিছা। মানুহে তোমাক নেদেখিও তোমাৰ সেই সত্তাতে সম্পূৰ্ণ বিশ্বাস ৰাখি আনন্দ লাভ কৰি আছে। ৩৭॥

---

তুমি জগতৰ কাৰণ, বিশ্বপ্ৰাণ,—তোমাৰ ইচ্ছাতেই সৃষ্টি, স্থিতি, লয় হৈছে ; তোমাৰ বিশ্বজীৱনৰ অনুভূতিৰ ভিতৰতে আকাশৰ চন্দ্ৰতৰাৰ পৰা মাটিৰ ধূলিকণা পৰ্য্যন্ত সকলো বস্তু বিধৃত হৈ আছে। তোমাৰেই পৱিত্ৰ নিশ্বাসে সকলো জীৱৰ শ্বাসনলীত সমীৰণৰ প্ৰৱাহ চলাইছে, তোমাৰ প্ৰাণসমুদ্ৰ তৰঙ্গিত হৈ বিশ্বৰ জন্মমৃত্যু প্ৰৱাহৰ সৃজন কৰিছে। তোমাৰ অনন্ত চৈতন্য, অসীম প্ৰেমেই মানৱ সমাজৰ সকলো জ্ঞান, সকলো স্নেহ-প্ৰীতি আৰু সকলো আনন্দৰ উৎসৱ। আমি যেনেকৈ তোমাৰ সৃজনৰ অংশ, তেনেকৈ তোমাৰ স্ৰষ্টৃত্বৰ কণা পাই কিমান শিল্পকলা কিমান সাহিত্যদৰ্শন সৃজন কৰিছো! দৃশ্য জগতত যিমান ঘৰবাৰী, যানবাহন, ভাত কাপোৰ, সাজসৰঞ্জাম দেখো

এইবিলাকতেই মানুহৰ অন্তৰত যি অদৃশ্যলোক, আত্মাৰ জগৎ আছে তাৰে প্ৰমাণ। আমাৰ জ্ঞান, প্ৰেম, ইচ্ছাই মূৰ্ত্তিমন্ত হৈ তোমাৰ প্ৰকৃতিক নিয়মিত কৰিছে, তোমাৰ মৰ্ত্ত্য উপাদানক আদৰ্শ অনুৰূপ আকাৰ দিছে আৰু মানৱসমাজৰ কল্যাণকৰ নানা অনুষ্ঠানৰ আয়োজন কৰিছে। তেনেকৈ প্ৰকৃতিৰ ভিতৰত কিমান পৰিৱৰ্ত্তন হব লাগিছে সি মানৱীয় শক্তিৰ অতীত। অথচ তোমাৰ মঙ্গল ইচ্ছাৰেই প্ৰকাশ জানি মানুহে সকলো দুখ-শোক, বিপদ আপদত নিশ্চিন্তমনে আছে আৰু মানুহৰ মাজত যিবিলাক অতীন্দ্ৰিয় সত্তাৰ পৰিচয় তাৰ মূলতো তোমাৰ পৰম চৈতন্যৰ আভাস পাই মানুহ ধন্য হৈছে। ৩০॥

---

তুমি পৰম সত্য,—জড় জগতত শক্তিৰূপে, জীৱজগতত প্ৰাণৰূপে. মনোজগতত চৈতন্যৰূপে অধিষ্ঠিত তুমি সত্য, তোমাৰ সত্তাতে সকলো সত্তাবান— তোমাৰ সৃষ্টিতে এই বিশ্বভুৱনৰ উৎপত্তি—তোমাৰ আশ্ৰয়তেই ইয়াৰ স্থিতি। তুমি প্ৰজাবিলাকৰ পালক হৈ যাৰ যি প্ৰয়োজন—বিধান কৰিছা। তুমি আকাশ, পোহৰ, বতাহ. পানী পৰ্ব্বত. সাগৰ, গছ, লতা, তৃণ সকলোতে নানাভাৱে নিজক প্ৰকাশ কৰিছা আৰু আমাৰ জীৱন পুষ্ট কৰিছা। তুমি মানৱ-সমাজত পিতা-মাতাৰ যত্নত, ভাই-ভনীৰ স্নেহত, বন্ধু আৰু পত্নীৰ প্ৰেমত, হাঁহি-ধেমালিত শতধা নিজক ঢালি দিছা। সমগ্ৰ বহিৰ্জগৎব্যাপী তুমি, আমাৰ



অন্তৰৰ অন্তৰতম ঠাইতো তুমি। তুমি অতীন্দ্ৰিয়, অগম্য অপাৰ, হৈও আমাৰ এই ইন্দ্ৰিয়গ্ৰাহ্য দৃশ্যজগতত, দেশকালত খণ্ডিত হৈও আমাৰ ওচৰত নিজক ধৰা দিছা, আমাৰ আত্মাত জ্ঞান প্ৰকাশ কৰিছা। আমি সসীম শান্ত হৈও তোমাৰ অসীম অনন্ত ভাৱৰ আভাস পাইছো। তোমাৰ জ্ঞানতেই গ্ৰহতৰা শূন্যপথত ভ্ৰাম্যমান হৈ আছে, তোমাৰ জ্ঞানতে মেঘে বাৰি বৰ্ষণ কৰি পৃথিৱীক উৰ্ব্বৰা কৰিছে, তোমাৰ জ্ঞানৰ বলতে সূৰ্য্যৰ তাপত পানী বাষ্পত পৰিণত হৈছে, চন্দ্ৰৰ আকৰ্ষণত সমুদ্ৰ স্ফীত হৈ জোৱাৰ ভাটাৰ খেলা খেলিছে,—তোমাৰ জ্ঞানতে দিন ৰাতি, পক্ষ মাহ, ঋতু-বছৰ আদিৰ ক্ৰমাৎ পৰিৱৰ্ত্তন হৈ পৃথিৱীক বিচিত্ৰ শোভাৰে শোভিত কৰিছে।

তোমাৰ জ্ঞানতে বনত ফুল ফুলে, গছত ফল পকে; তোমাৰ জ্ঞানতেই আমাৰ অন্ন-বস্ত্ৰৰ উপাদান প্ৰস্তুত হয়, আমাৰ খাদ্যাহাৰ সম্পন্ন হয় আৰু শৰীৰৰ নিশ্বাস-প্ৰশ্বাস, খাদ্য-পৰিপাক আৰু ৰক্তচালনাৰ বিধান হৈছে। তোমাৰ জ্ঞানতে আমাৰ মনৰ ৰাজ্যত এনে অনুভৱ, বেদনা, চেতনা,—এনে জ্ঞান, প্ৰেম, ভাৱ-ভক্তি, আশা ভয়, বিশ্বাস-সন্দেহ, —ইমান সুখ-দুখ, উদ্বেগ-অশান্তি, ইমান প্ৰবৃত্তি-কামনা, বাসনা-আকাঙ্ক্ষা কি সঙ্কেতত দৃশ্যমান হৈ আকৌ অদৃশ্য হৈছে। সাগৰৰ উন্মত্ত ঢৌৱে যিমানেই ওপৰ ভাগ বিক্ষুব্ধ নকৰক, তল-ভাগৰ কিন্তু প্ৰশান্তভাৱ নষ্ট কৰিব নোৱাৰে—তেনেকৈ এই পৰিৱৰ্ত্তনশীল জগতৰ সকলো প্ৰাকৃতিক অৱস্থা-বিপৰ্য্যয় আৰু

সামাজিক বিপ্লৱৰ মাজতো তুমি শান্ত, মঙ্গলৰূপেই বিৰাজ কৰিছা।

অনন্ত তোমাৰ জ্ঞান, অনন্ত তোমাৰ প্ৰেম, আমাৰ ক্ষুদ্ৰ বুদ্ধি, ক্ষুদ্ৰ হৃদয়ে কেনেকৈ তাৰ মোল বুজিব, আমাৰ ক্ষুদ্ৰ ভাষাই তাৰ কি বৰ্ণনা কৰিব? আমাৰ চিন্তা-কল্পনা পৰাস্ত হৈ যায়, তুমি কোন মহান্ পৰমেশ্বৰ! আমি কি সাধ্যৰ অধিকাৰী যে তোমাৰ অনন্তস্বৰূপ ধ্যান কৰিম, আমাৰ কি শক্তি আছে যে তোমাৰ অনন্ত প্ৰেম আৰু সৌন্দৰ্য্য নিঃশেষ কৰি মৰ্ত্ত্য সংসাৰত প্ৰকাশ কৰিম? তুমি কৃপাকৰি স্বয়ং আমাৰ ওচৰত প্ৰকাশিত হৈছা, তোমাৰ পোহৰ, তোমাৰ চকুৰেই তোমাক দেখিছো।৩৭॥

---

তোমাৰ নিচিনা জ্ঞানী কোন আছে? অন্তহীন তোমাৰ শক্তি, অসীম তোমাৰ জ্ঞান। কি আচৰিত কৌশলেৰে গ্ৰহ-তৰাবিলাকক শূন্যপথত ঘূৰাইছা, কি সূক্ষ্ম গণিতৰ নিয়মেৰে প্ৰত্যেক বস্তুৰ গতি, স্থিতি, সংঘাত, প্ৰতিঘাত চলাইছা, কি মহা সতৰ্কতাৰে জড়জগত আৰু জীৱজগতৰ শৃঙ্খলা ৰক্ষা কৰিছা আৰু উচ্চৰ পৰা উচ্চতৰ শক্তিৰ বিকাশ কৰিছা; তোমাৰ নিচিনা এনে যাদুকৰ আৰু কোন আছে? মাটিৰ লগত এটা গছৰগুটি মিহলাই দি কি প্ৰকাণ্ড গছ, কি সুন্দৰ ফুল, কেনে ৰসাল ফল প্ৰস্তুত কৰিছা! কি দুৰ্জ্জেয় ৰাসায়নিক প্ৰক্ৰিয়াত মাটিৰ শস্য, মাটিৰ পৰা উৎপন্ন শাক-পাচলি আমাৰ



তেজমাংসত পৰিণত হৈছে আৰু এই সুকোমল শৰীৰ গঠন কৰিছে! কি আচৰিত একোটি ফুল,—এনে কোমল,—পৰশনত এনে সুখ! কি উপায়ে তুমি নিঃশব্দে কোনো আড়ম্বৰ নোহোৱাকৈ ইয়াক মাটিৰ পৰা উৎপন্ন আৰু বিকশিত কৰিলা! কি সুন্দৰ একোডালি তৃণ, কি মনোহৰ একোটি চৰাইৰ পাখী! মানুহে ইমান শিল্প-বিজ্ঞানৰ বলতো আজি পৰ্য্যন্ত এনে এটি বস্তু প্ৰস্তুত কৰিব পৰা নাই,—যি জীৱদেহৰ নিচিনা, বৃক্ষলতাৰ নিচিনা এনে সজীৱ, এনে কৌশলপূৰ্ণ, এনে কোমল, অথচ স্থায়ী আৰু স্বাভাৱিক বুলি গণ্য হব পাৰে। আমি ধৰ্ম্মৰ সত্যতাৰ বাবে প্ৰভুত অলৌকিক দেখিবলৈ বাঞ্ছা কৰো, অসম্ভৱক সম্ভৱ কৰিব খোজো; —কিন্তু হায়! অজ্ঞ মানুহে চকু মেলি নাচায় যে এই বিশ্বৰ চাৰিওফালে প্ৰতিদিনে অসংখ্য যাদুখেল, অসংখ্য 'ম্যাজিক', 'মিৰাকল, সম্পাদিত হৈছে। মানুহৰ মনলৈ যে এনে আনন্দ এনে দুখ, এনে ভাৱ, এনে ইচ্ছা, এনে জ্ঞানৰ সোঁত বয়—ইয়াৰ আদিয়ে বা ক'ত? মানুহৰ জীৱনত জানো তোমাৰ অদ্ভুত লীলা প্ৰতিদিনে দেখিবলৈ পোৱা নাযায়? প্ৰতিদিনে যে তুমি অন্ধক চকুদান কৰা, খোঁৰাক চলৎশক্তি দিয়া, বোবাক বাক্‌শক্তি আৰু কলাক শ্ৰৱণ শক্তি প্ৰদান কৰিছা—! তোমাৰ অসীম কৃপাৰ স্পৰ্শমণিৰ স্পৰ্শত কিমান লোহক স্বৰ্ণত পৰিণত কৰিছা, কিমান পাপীক সাধু কৰিছা,—ইয়াতকৈ আৰু ডাঙ্গৰ ম্যাজিক কি হব পাৰে? আমি আমাৰ মলমূত্ৰ বুলি যিহক ঘিণ

কৰি পৰিত্যাগ কৰো তাৰপৰাও তুমি স্বাস্থ্যকৰ, সুখাদ্য, সুপেয় প্ৰস্তুত কৰিছা। তুমি অনন্ত, সেইবাবেই অনন্ত ৰূপত তোমাৰ প্ৰকাশ,—সেই বাবেই তোমাৰ কাৰ্য্যপ্ৰণালী এনে বিচিত্ৰ;—একে ঘটনা, একে শক্তিয়ে অসংখ্য উদ্দেশ্য সাধন কৰিছে—এক পথতেই দূষিতৰ বৰ্জ্জন আৰু জীৱনৰ অভিবাদন চলিছে। ৪০ ॥

---

পুৰুষৰূপী পৰমেশ্বৰ, আজি সমগ্ৰ বিশ্বই তোমাৰ চৈতন্যৰ অভিব্যক্তি দেখিব, আজি আৰু জড়শক্তিয়ে আমাক অন্ধ কৰি ৰাখিব নোৱাৰে, আজি শিল-পাথৰৰ বেৰাই আমাৰ চকুৰ আগত আৱৰণৰূপে ঠিয় হব নোৱাৰে—আজি তুমি আমাৰ ওচৰত জ্ঞানময়, ইচ্ছাময়, প্ৰেমময় পিতাৰূপে প্ৰকাশিত হৈছা। আকাশৰ বিচিত্ৰ বৰ্ণ আমালৈ তোমাৰ প্ৰেমৰ দান, ৰাতিপুৱাৰ সূৰ্য্যৰ কিৰণ তোমাৰ প্ৰেমমুখৰ হাঁহি, চৰাইৰ কলৰৱ আৰু শিশুৰ সঙ্গীত তোমাৰ সুমধুৰ ধ্বনি, মৃদু সমীৰণৰ প্ৰৱাহ তোমাৰ সুকোমল স্পৰ্শ। গ্ৰহনক্ষত্ৰৰ পৰা ক্ষুদ্ৰ তৃণ-লতা পৰ্য্যন্ত, মানুহৰ পৰা কীটপতঙ্গ পৰ্য্যন্ত সকলোৱেই তোমাৰ অনন্ত প্ৰেমডোলত বান্ধ খাই আছে। প্ৰকৃতিৰ সকলো ঘটনাতে মানৱসমাজৰ সকলো অৱস্থাতে তোমাৰ সুদূৰ প্ৰসাৰিত অনন্ত জ্ঞানৰ ক্ৰিয়া, তোমাৰ দিগ্বিজয়ী মঙ্গলৰ শাসন; কোনো ঠাইতে অজ্ঞানতা, অন্ধতা, জড়তা, নাই; ক'তো ন্যায়বিধানৰ অনুমাত্ৰ



ব্যভিচাৰিতা নাই। আমি যাক অচেতন জড়পদাৰ্থ বুলি জ্ঞান কৰো, তাৰ মাজতো তুমি মহাপ্ৰাণ, পৰমচৈতন্য; আমি জগতত যি অমঙ্গল, অপূৰ্ণতা দেখোঁ; সি আমাৰেই অজ্ঞতা আৰু ইচ্ছাকৃত। মানৱাত্মাৰ জ্ঞান, বুদ্ধি, স্মৃতি, কল্পনা, বিচিত্ৰ ভাৱ আৰু বিবিধ কৰ্ম্মত তোমাৰেই বিশ্বচৈতন্য প্ৰকাশ পাইছে। আমাৰ সুখ দুখ, জয়পৰাজয়, উত্থান পতন, আশা নিৰাশা, জীৱন মৃত্যুৰ ভিতৰেদিয়েই তোমাৰ লীলা-খেলা সম্পাদিত কৰিছা। আমাৰ আঘাত, সকলো বেদনাই তোমাৰ বিশ্বজীৱনক আহত কৰে, ব্যথিত কৰে। আমাৰ কৰ্ত্তব্য পালন আৰু মহৎ অনুষ্ঠানে তোমাক গৌৰবান্বিত কৰে। আমাৰ আনন্দই তোমাৰ হৃদয়ত এশগুণ আনন্দৰ সঞ্চাৰ কৰে। মানৱ-ইতিহাসৰ জখলাত উঠি যিমানেই অতীতৰ অন্ধকাৰৰ পিনে অগ্ৰসৰ হওঁ, সিমানেই দেখিবলৈ পাওঁ যে যুগে যুগে সময়ৰ বুকত তোমাৰেই হাতৰ, তোমাৰেই আঙ্গুলিৰ সাচ বহি আছে। যি ঠাইত বলীয়ে দুৰ্ব্বলৰ ওপৰত অত্যাচাৰ কৰিছে, যি ঠাইত নৃশংসৰ অত্যাচাৰত নৰ শোণিতৰ নৈ বৈছে; য'ত অন্যায় আৰু পশুবলে ন্যায়ৰ ওপৰত ৰাজত্ব কৰিছে, য'ত বাক্য, চিন্তা আৰু কামতো স্বাধীন মানৱাত্মা সঙ্কুচিত আৰু কুণ্ঠিত হব লগা হৈছে, য'ত অভাৱ-অনাহাৰ, ৰোগশোকে মানৱ হৃদয় জৰ্জ্জৰিত কৰিছে, হে সৰ্ব্বসহা, সৰ্ব্ববহনকাৰী বিশ্ব দেৱতা, সেই ঠাইতো তোমাৰ জীৱন ছিন্নভিন্ন আৰু মলিন ৰূপ ধাৰণ কৰিছে, তোমাৰ কোমল হৃদয় মৰ্ম্মাহত হৈ কান্দি উঠিছে। যি ঠাইত

কৃষক সকলে জহৰ দিনত প্ৰখৰ ৰ'দৰ তাপ আৰু ধাৰাসাৰ বৰষুণতো পথাৰত মাটি চহাইছে, সেই ঠাইতো তুমি; যি ঠাইত বনুৱাসকলে কপালৰ ঘাম মাটিত পেলাই খনিত পাথৰ কাটি কয়লা উলিয়াইছে, সেই ঠাইতো তুমি; যি ঠাইত তাঁতি সকলে কাপোৰ বৈ মানুহৰ ব্যৱহাৰীয় বস্ত্ৰৰ যোগান ধৰিছে, সেই ঠাইতো তুমিয়েই অনন্তৰূপে বিৰাজ কৰিছা। তুমি কেতিয়াবা ফটা কাপোৰ, জীৰ্ণ শীৰ্ণ দেহ, পকা চুলিৰে ভিক্ষুক বেশে, কেতিয়াবা লাঞ্ছিতা, অপমানিতা, পতিতা, পৰিত্যক্তা, অসহায়া ব্যভিচাৰিণী ৰমণীৰূপে মানৱসমাজৰ দুখ বহন কৰিছা। ৪১ ॥

---

তুমি একালে সৰ্ব্বগত, সৰ্ব্বান্তৰ্যামী, নিহিতং গুহায়াং আৰু আনকালে সৰ্ব্বাতীত, অদৃশ্য, অজ্ঞাত, অতীন্দ্ৰিয়। তোমাৰ বিশ্বৰূপ দেখিবলৈ কোনো মহাপুৰুষৰ আবিৰ্ভাৱ বা তোমাৰ ৰাম, কৃষ্ণৰ নিচিনা অৱতাৰৰ প্ৰতীক্ষা কৰিব নালাগে, তুমি সৰ্ব্বত্ৰ বৰ্ত্তমান, তুমি সৰ্ব্বজ্ঞ, সৰ্ব্বশক্তিমান। এই মুহূৰ্ত্ততে যদি তোমাৰ কৰুণা গুণত দিব্যচক্ষু লাভ কৰোঁ, তেনেহলে গোটেই বিশ্বব্ৰহ্মাণ্ডকে তোমাৰ দেহৰূপে, তোমাক বিশ্বব্ৰহ্মাণ্ডৰ আত্মাৰূপে দেখিবলৈ পাম। চন্দ্ৰসূৰ্য্য তোমাৰ চকু, পৃথিৱী তোমাৰ পদতল, আকাশ তোমাৰ বুকু, পৰ্ব্বত তোমাৰ ভৰিৰ আঙ্গুলি, সাগৰ তোমাৰ ভৰিৰনখ, নদী তোমাৰ ভৰিৰ ঘামৰ টোপাল, গছ-লতা তোমাৰ ভৰিৰ নোম, পশুপক্ষী তাৰে তেজমাংস,



মানুহ তোমাৰ দেহৰ জীৱাণু, অগ্নি তোমাৰ দেহৰ তাপ, বায়ু তোমাৰ নিশ্বাস, মাটি তোমাৰ অস্থি। চকুৰে সকলো তুমি দেখিছা, কাণেৰে সকলো তুমি শুনিছা, হাতেৰে সকলো তুমি গ্ৰহণ কৰিছা, জিহ্বাৰে সকলো তুমি আস্বাদ লাভ কৰিছা, বাক্যৰে সকলো তুমি অৰ্থ প্ৰকাশ কৰিছা, পৰশনেৰে সকলোকে তুমি আলিঙ্গন কৰিছা, সকলোৰে অন্তৰত তুমি সাক্ষীৰূপে, নিয়ন্তাৰূপে বিদ্যমান,—মুঠতে সকলোৱেই তুমি, তুমিয়ে সকলো। আমি ব্যক্ত কৰিবলৈ যদি কিবা আছে তেন্তে সি তোমাৰ সত্তাবোধ, তোমাৰেই নিজৰ স্বৰূপ-অনুভূতি। আমাৰ পাপ-পূণ্য তোমাৰেই পাপপূণ্য। মানুহে নিজে যি পাপাচৰণ কৰে তোমাৰ গাত তাৰ মলিনতা লাগে, তোমাৰ হৃদয়ত তাৰ এশগুণ কালিমাৰ দাগ লাগে, তোমাৰ প্ৰাণত সি অসহ্য বেদনা দিয়ে। মানুহে শুভানুষ্ঠান বিলাকত যি আনন্দ পায়, তোমাৰ চিত্তত তাৰসহস্ৰ-গুণ আনন্দ উথলি উঠে। এইৰূপে তুমি সৰ্ব্বভূতাত্ম-ভূতাত্মা ৰূপ ধৰি বিশ্বৰ সকলো পৰিৱৰ্ত্তনৰ ঘাত-প্ৰতিঘাত সহিছা, মানৱসমাজৰ সকলো সুখ-দুখ, মঙ্গল-অমঙ্গল, বিৰোধ মিলন, জন্ম-মৃতু-জৰা-ব্যাধিৰ দুখ, আৰু হাঁহি-প্ৰেম-উৎসৱ ৰমণৰ আনন্দ তোমাৰ চিত্তত তৰঙ্গিত হৈছে। অথচ তুমি সৰ্ব্বাতীত, অতি প্ৰাকৃতিক আৰু অলৌকিক ৰূপে নিৰ্লিপ্ত শান্ত, শুদ্ধ, অপাপবিদ্ধ। সকলো পৰিৱৰ্ত্তনৰ অতীত, সকলো ক্ষয়ৰ অনতিক্ৰম্য, সকলো মৃত্যুকে অতিক্ৰম কৰি, সকলো জ্ঞান-প্ৰেম-মঙ্গলৰ মূলত অপৰিৱৰ্ত্তনীয়, অক্ষয়, অমৰ, অজ্ঞেয়

নির্গুণ, নিৰাকাৰ, নিৰুপাধি, নিৰবয়ৱ, অনাসক্ত, নিৰাময় অশ্রুত, অদৃষ্ট, অগম্য, ৰহস্যময়, ভূমা, মহান্। 'নেতিনেতি' ৰূপেই তুমি একমাত্র প্রকাশমান, "অস্তি" 'তুমি আছা' এই বাণী একমাত্র তোমাৰ প্রমাণ। দেশকালৰ অতীত ৰূপে তুমি দেশকালকে ধাৰণা কৰিছা। মানুহৰ আত্মা তোমাৰ জ্যোতিৰ এটি কণা মাথোন, অথচ এই আত্মাৰ জ্যোতিতেই মানুহে তোমাৰ জ্যোতি দেখিবলৈ পায়। ৪২॥

---

প্রাণাৰাম তুমি, তোমাৰ প্রেম কি মধুৰ! যেতিয়া স্বর্গীয় প্রেমত বুৰ গৈ থাকো, তেতিয়া কোনো ভয়ভাৱনা, দুঃখযন্ত্রণা নাথাকে, তেতিয়া আমি যে কি এক স্বর্গীয় নির্ম্মল আনন্দ উপভোগ কৰো! তোমাৰ প্রেমৰ উজ্জ্বল পোহৰত যেতিয়া সংসাৰৰ ফালে মুখ ঘূৰাও—তেতিয়া সংসাৰ খন কেনে সুন্দৰ দেখা পাওঁ! তোমাতে বিশ্বাস স্থাপন কৰি যেতিয়া তোমাৰ মঙ্গল ইচ্ছাৰ লগত আমাৰ ইচ্ছা মিলাই দিও, তেতিয়া সংসাৰৰ প্রিয়জনসকল আমাৰ আৰু বেছি প্রিয় বুলি ভাৱ হয়, বন্ধু সকলৰ প্রেম আৰু বেছি মধুৰ হয়। তুমি আত্মাৰ আনন্দধাম—অবিৰত, অজস্রধাৰে প্রতিনিয়ত তোমাৰ প্রেমৰ সোঁত আত্মাৰ নিভৃত অন্তঃপুৰত প্রৱাহিত হৈ তাক আনন্দেৰে পৰিপূর্ণ কৰিছে। মানুহে ক্ষন্তেকীয়া অনিত্য সুখত মত্ত হৈ যেতিয়া তোমাৰ পৰা আঁতৰি যায়, তেতিয়া মুহূর্ত্তৰ



বাবে কেৱল নিকৃষ্ট আমোদকে প্রিয় বুলি ভাবে—কিন্তু পিচমুহূর্ত্ততেই তোমাৰ পৱিত্র জ্যোতিৰ প্রকাশত সেই মানুহৰ সকলো সুখ মলিন হৈ যায়—মানৱাত্মা অনুতাপৰ বিষ যন্ত্রণাত অস্থিৰ হৈ তোমাৰ চৰণতললৈ পুনবায় লৰি আহে। এইৰূপে কিমান প্রাণী তোমাৰ শীতল চৰণত সুৰ থৈ তাপিত প্রাণ জুৰাইছে। এই ৰোগ, মৃত্যু, দাৰিদ্র্য পূর্ণ সংসাৰত মানুহে যিমানেই কষ্ট নাপাওক, কিমান প্রাণপ্রিয়জনে অকালতে আমাৰ পৰা বিদায় লৈ আমাৰ প্রাণত দুর্ব্বহ যাতনা দিয়ে, আমি কিমান অভাৱনীয় বিপদজালত জড়িত হৈ সময়ে সময়ে পৃথিৱীক অন্ধকাৰময় দেখোঁ; কিন্তু শোক ভয়হাৰী তুমি, তোমাৰ ভক্ত সন্তান সকলেতো তোমাৰ জয়-গান কৰি, তোমাৰ মঙ্গলবিধানত নির্ভৰকৰি সকলো উদ্বেগ, সকলো অশান্তিৰ পৰা মুক্ত থাকে; কিন্তু কি আচৰিতকথা তোমাৰ কি অসীম করুণা যে—যিবিলাকে তোমাৰ কথা নাভাবে, তোমাৰ নাম মুখেৰেও নলয়—তেওঁলোককো তুমি সান্ত্বনা দিয়া, তেওঁলোকেও প্রাণত শান্তিপায়, তেওঁলোকে দুদিন পাচতে সকলো জ্বালা-যন্ত্রণা পাহৰি যায়, আকৌ হাঁহিমুখে সংসাৰৰ কর্ত্তব্যত মনপ্রাণ নিয়োগ কৰে। তুমি আনন্দময় বুলিয়েইতো তোমাৰ নাম এনে মধুৰ,— তোমাৰ নাম স্মৰণ কৰা মাত্রেই সকলো দুঃখ, সকলো মানসিক সংগ্রাম নিমিষতে অদৃশ্য হৈ যায়। ৪৩॥

---

প্ৰভো, সংসাৰৰ সকলো অনিত্যতাৰ মাজতো তুমি একমাত্ৰ নিত্যবস্তু, সকলো পৰিবৰ্ত্তন, সকলো বিনাশৰ মাজতো তুমিয়ে কেবল একমাত্ৰ অপৰিৱৰ্ত্তনীয় অবিনাশী দেৱতা। কিমানৰ লগত বন্ধুত্ব থাকে—দুদিন পাচতেই তেওঁলোকে অকল শৰীয়া কৰি এৰি গুচি যায়, কিমান আশা, কিমান কল্পনা-দুদিন পাচতেই ছাঁৰ দৰে অদৃশ্য হৈ যায়। কিমান সুখদুখ, সুখ্যাতি-অপমান, বিপদ—আপদ জীৱনৰ ওপৰেদি বাগৰি যায়,—ইয়াত শান্তিৰ আশ ক'ত? কিমান আত্মীয়-কুটুম আজি আছে কাইলৈ নাই; দুদিনৰ আমোদ-প্ৰমোদ, দুদিনৰ উৎসৱ, প্ৰেমোচ্ছ্বাস দুদিনতে লয় পায়, তাৰ পাচতেই বিৰহবিচ্ছেদ—কেৱল হা-হুতাশ, শূন্যগৃহ পৰি থাকে—এই চঞ্চল ঘটনা স্ৰোতৰ মাজত স্থিৰ ভূমি ক'ত? যাক আশা কৰি তোমাক এৰি যাওঁ, তেওঁলোকেতো আমাৰ ফালে উভতিও নাচায়, সংসাৰ-বৃক্ষৰ যি ডালতে আমি বাহ সাজিবলৈ যাওঁ, সেইডালেই দেখোন ভাঙি পৰে—এই মৃত্যু-মায়াময় সংসাৰৰ দুখযন্ত্ৰণাৰ পৰা ক'তো অব্যাহতি পোৱা নাযায়। হে নিত্য, হে সত্য, হে সাৰাৎসাৰ, হে অমৃত, এই বাবেই আমি তোমাত আশ্ৰয় লও, তোমাৰ সত্তাৰ মাজতে যে আমি আমাৰ সকলো হেৰোৱা ধন লাভ কৰোঁ, তোমাৰ অমৃতময় কোলাতে যে আমি সকলো পাহৰি যোৱা, আমাৰ লগত সম্বন্ধ ছিগা, প্ৰিয়জনৰ লগত মিলিত হও—তুমি আমাৰ জিৰণিৰ ঠাই, তুমি যে আমাৰ ধ্ৰুৱজ্যোতি,—তোমাতেই লক্ষ্য স্থিৰ ৰাখি, আমি



সকলো বিপদৰ মাজতো জীৱনতৰী নিৰাপদে চলাই নিব পাৰো; কোনো ধুমুহা বতাহে ডুবাই নিব নোৱাৰে। তোমাতে নিৰ্ভৰ কৰি আমি সকলো ভয়ভাৱনা, বিৰহ বিচ্ছেদ, শোক-দুঃখ জয় কৰিব পাৰো। তুমি আমাৰ শান্তিদাতা, ভয়ত্ৰাতা, উদ্ধাৰকৰ্ত্তা। সংসাৰৰ পাপ-তাপত জৰ্জ্জৰিত হৈও তোমাৰ চৰণত আশ্ৰয় ললে আমাৰ হৃদয় শীতল হয়। বিষয় বিষৰ জ্বালাত ছট্‌ফট কৰিও তোমাৰ নাম সুধা পান কৰি তৃপ্তি পাওঁ। তুমি দেশ কালৰ অতীত ৰাজ্যত থাকি আমাৰ দূৰক ওচৰ কৰিছা, অতীত আৰু ভৱিষ্যতক বৰ্ত্তমানৰ জীৱন্ত বুকুত একত্ৰিত কৰিছা। তুমি অনন্ত বুলিয়ে আমাৰ সকলো আশা, সকলো আকাঙ্ক্ষাই তোমাতে গৈ পৰিসমাপ্তি লাভ কৰিছে। ইয়াত যি অপূৰ্ণ, অতৃপ্তি, অসম্পন্ন হৈ থাকিল; তাক পূৰ্ণ কৰিবলৈ তুমি আমাক অনন্ত জীৱনৰ অধিকাৰী কৰিছা। প্ৰভো, তোমাৰ নিত্য সত্তাৰ পৰা যেন আমি দূৰলৈ নাযাও। তোমাৰ মঙ্গলৰূপ পাহৰি যেন আমি দুখসাগৰৰ অঠাই পানীত নপৰো। ৪৪॥

---

অগম্য, অপাৰ তুমি, তোমাৰ লীলা আমি কি বুজিম? তুমি এচাটি ক্ষীণ পোহৰৰ নিচিনা জ্ঞান দিছা, সেই বাবেই তোমাক অলপ জানো—অথচ তোমাৰ যে অনন্তস্বৰূপ, তাক নাজানো, সেই হেতুকে আমি ব্যাকুল হৈ যুগে যুগে তোমাক

অন্বেষণ কৰিছো। তোমাক আমাৰ জীৱনৰ প্ৰতি ঘটনাত, প্ৰতি মুহূৰ্ত্ততে পাইছো - তুমি নহলে আমাৰ সত্তাই নাথাকে, আমাৰ প্ৰাণ মন সকলো তুমি, সকলো আনন্দ, সকলো মঙ্গল তোমাৰ দান, তুমি সকলো নিশেষ কৰি নিজে আমাৰ ওচৰত ধৰা দিছা; অথচ তোমাকেই আমি বিচাৰি ফুৰো, তোমাক নোপোৱা বাবেই আমাৰ যিমান অভাৱ, যিমান মলিনতা, যিমান দৈন্য, যিমান অতৃপ্তি! ইনো কি ৰহস্য তোমাৰ প্ৰভো? হে ভূমা, হে বাক্যমনৰ অতীত পুৰুষ,—তোমাক জানো অথচ নাজানো, তোমাক পাওঁ অথচ নাপাওঁ। তুমি প্ৰত্যেকৰ চকুৰ আগতে ওপঙি আছা, অথচ চকুৱে তোমাক নেদেখো, তুমি সকলোৰে হৃদয়ত বিৰাজমান অথচ হৃদয়ত তোমাক বিচাৰি নাপাওঁ। আমি কেতিয়া তোমাক এনেভাৱে জানিম যে জনাৰ পাচত আৰু আমাৰ অপূৰ্ণতা নাথাকিব? আমি কেতিয়া তোমাক এনেভাৱে পাম যে আমাৰ আৰু একোৰে অভাৱ নাথাকিব? যেনেকৈ তোমাৰ ভক্ত মহাজন সকলে, জগতৰ ধৰ্ম্মপ্ৰচাৰক সকলে তোমাক পাইছিল, যি ভাৱে বুদ্ধ, যিশু, নিমাই, নানক, শঙ্কৰে তোমাৰ ৰূপ দেখিছিল আমি তেনেকৈ, তোমাক পাবলৈ বাঞ্ছা কৰো, সেই সেই ভাৱেই ধৰিবলৈ ইচ্ছা কৰো। তুমি আমাক শান্তি দিয়া, প্ৰেৰণা দিয়া—তুমি আমাৰ আত্মাত অৱতীৰ্ণ হোৱা, নতুন সত্য লৈ, নতুন প্ৰেম লৈ, নতুন আনন্দ লৈ তুমি আমাৰ প্ৰাণত অধিষ্ঠিত হোৱা প্ৰভো। আমি তোমাৰ আদেশকে মূৰ পাতি



লৈ, তোমাৰেই আজ্ঞাৱহ ভৃত্য হৈ তোমাৰ পুত্ৰ কন্যাসকলৰ সেৱা কৰিবলৈ ইচ্ছা কৰো। আমাৰ সকলো দৈন্য, সকলো অশুচি তোমাৰ কৃপাৰ সোঁতত উটাই নিয়া। হে জগৎপতি, তোমাৰ পৰিপূৰ্ণতাৰ মাজত বুৰ গৈ আমি স্বৰ্গীয় অনুপ্ৰাণতাৰ অধিকাৰী হমগৈ। তুমি আমাক অনন্তৰ উপাসনা কৰিবলৈ শিকাইছা, অনন্তৰ ধাৰণা কৰিবলৈ আহ্বান কৰিছা, আমি আৰু সান্তত তৃপ্ত হৈ থাকিব নোৱাৰো—আমাক অসীম জ্ঞান, অনন্ত প্ৰেম, উচ্চ আকাঙ্ক্ষাৰে অনুপ্ৰাণিত কৰি তোমাৰ অনন্ত ভাৱৰ লগত আমাক এক কৰিবই লাগিব। এই ঐশ্বৰ্য্যৰ অধিকাৰী হবলৈ যিমান দুখ, যিমান আঘাত যিমান বৈৰাগ্য স্বীকাৰ কৰিব লগা হয় তাক অম্লান মুখে বহন কৰিবলৈ প্ৰস্তুত আছো। তুমি এনে দণ্ড বিধান কৰা—যাতে আমাৰ পাপৰ পৰাচিত হয়—আমি উপযুক্ত মূল্যদি অনন্ত জীৱনৰ অক্ষয় আনন্দ কিনি লম। ৪৫॥

---

হে অনন্ত, আমি তোমাৰ লগত মিলিত হব লৈয়ে আমাৰ উৰ্দ্ধমুখীন দৃষ্টি, এই বাবেই আমাৰ উৰ্দ্ধপ্ৰসাৰিত বাহু, এইবাবেই আমাৰ উচ্চ আকাঙ্ক্ষা আৰু মহৎ কল্পনা। আমি সান্ত হৈও অনন্ত তোমাৰ লগত যুক্ত, ক্ষুদ্ৰ হৈও মহান্ তোমাৰ ভাৱত অনুপ্ৰাণিত; আমি যি জানো, যি বুজো, যি ধৰো, যি পাও—সি সসীম, সি ক্ষুদ্ৰ; কিন্তু যাক জানিবলৈ

ইচ্ছা কৰো, যাক বুজিবলৈ ইচ্ছা কৰো, যাক ধৰিবলৈ ইচ্ছা কৰো, যাক পাবলৈ ইচ্ছা কৰো,—সি অসীম, সি মহান্। আমাৰ প্রেমে সঙ্কীর্ণ গণ্ডীৰ ভিতৰত আত্মপ্রকাশ কৰে; কিন্তু আমাৰ হৃদয়তো আদর্শ জগতৰ উদাৰ নীলাম্বৰৰ তলত সকলো জীৱতে প্রসাৰিত হৈছে। তাতেইতো আমি বিশ্ব-প্রেমিকত,—সমগ্র মানৱজাতিত, সর্ব্বভূতত, সর্ব্বজীৱতে তোমাৰ অধিষ্ঠান দেখি, তোমাৰ প্রীতিতে বিশ্বভুৱনক আলিঙ্গন কৰিবলৈ ব্যাকুল হৈ উঠো। আমাৰ জীৱন কলুষিত, আমাৰ বাক্য, চিন্তা আৰু কার্য্য নিতান্ত সীমাবদ্ধ খোঁৰাৰ নিচিনা বিকলাঙ্গ,—কিন্তু আমাৰ আকাঙ্ক্ষা তোমাৰ ফালেই নির্দ্দিষ্ট, আমাৰ ইচ্ছাতো প্রার্থনা আৰু উপাসনাৰ সময়ত তোমাৰ মঙ্গল জ্যোতিতেই আলোকিত হয় আমি সান্ত অথচ অনন্ত ক্ষুদ্র অথচ মহান্, অজ্ঞ অথচ ভৱিষ্যতে অনন্ত জ্ঞানৰ অধিকাৰী, আমি অপ্রেমিক অথচ বিশ্বজনীন মৈত্রীৰ বীজ হৃদয়ত ধাৰণ কৰো, আমি পাপী অথচ পৱিত্রতা-পিপাসু, দুর্ব্বল অথচ সকলো প্রকাৰ শুভানুষ্ঠানৰ আন্তৰিক সহায় আৰু সহধর্ম্মী। কি ৰহস্যময় এই মানৱজীৱন! আমি সকলো সুখদুখতে চঞ্চল হৈ উঠিছোঁ, অথচ আত্মাৰ নিভৃত স্থলত অবিৰাম শান্তিৰ ধাৰা প্রৱাহিত; নিজৰ ত্রুটী বিচ্যুতি অভাৱ আৰু অপূর্ণতাৰ বাবে কান্দো, অথচ নির্ম্মলসুন্দৰ, অজৰ অক্ষয়, তোমাৰ লগত পৰিপূর্ণ আনন্দ উপভোগ কৰোঁ। তুমি অনন্ত বুলিয়েই আম তোমাক যিমান



জানিব পাৰো সিমান নাজানো, যিমান দূৰলৈ চাব পাৰো সিমান দূৰলৈ নেদেখোঁ। এই কাৰণে আমাৰ প্রাণৰ তৃষ্ণা নিবাৰিত নহয়. আত্মাৰ কান্দোন নকমে। আমাৰ কান্দোন কেৱল পাপৰ বিৰুদ্ধে, সংগ্রামৰ কাৰণে নহয়, ভুলভ্রান্তিৰ অপমান বহনৰ নিমিত্তে নহয়, অপ্রেম আৰু বিদ্বেষৰ তাড়নাৰ নিমিত্তে নহয়, ইয়াৰ মূল যে তোমাৰ সিংহাসনৰ লগত জড়িত; তুমি অনন্ত পুণ্য, অনন্ত জ্ঞান আৰু অনন্ত প্রেমৰ বাবে আমাক প্রলুব্ধ কৰিছা, তোমাৰ দেৱত্ব তোমাৰ ঐশ্বর্য্যই আমাৰ কামনাৰ বস্তু,—ইয়াক লাভ নকৰিলে আমাৰ স্থায়ী শান্তি, নিত্য সুখ নাই। ৪৬॥

---

সুন্দৰ দেৱতা, তোমাৰ সৌন্দর্য্য দেখিবলৈ পর্ব্বতৰ নামনিত নাইবা সাগৰৰ পাৰত ঠিয় হব লাগিব নে কি? তুমি জানো কেৱল বসন্তৰ নৱপল্লৱ, সুবাসিত পুষ্প আৰু শ্যামল ক্ষেত্রতেই তোমাৰ সৌন্দর্য্যক আৱদ্ধ কৰি ৰাখিছা? তোমাৰ সুমধুৰ ৰাগিণী শুনিবলৈ তৰুলতাৰ আঁৰত নাইবা কুঞ্জবনৰ মাজত বহি বিহঙ্গৰ কলৰৱৰ শব্দলৈ অপেক্ষা কৰিব লাগিব নেকি? তোমাৰ অমৃত পান কৰিবলৈ মাথোন পূর্ণিমাৰ চন্দ্র-কিৰণ হে সম্ভোগ কৰিব লাগিব নেকি? কেৱল প্রকৃতিতেই জীৱন্ত হৈ তুমি তোমাৰ সকলো সম্পদ প্রকাশ কৰিছা নেকি?

সেইটো হব নোৱাৰে,—তোমাক দেখা পাবলৈ যদি প্ৰাকৃতিক জগতৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিল হেঁতেন, তেনেহলে নগৰবাসী সকল, সামাজিক জীৱসকল ৰুদ্ধশ্বাস হৈ, তৃষ্ণাতুৰ হৈ মৃতপ্ৰাণ হলহেঁতেন। তুমি অনন্ত প্ৰেমময় পিতা, সেই বাবেই সকলো সন্তানলৈ সকলো ঠাইতে, সকলো অৱস্থাতেই নিজক প্ৰকাশ কৰিছা। ভক্তৰ ভগবান্, ভক্তিভৰা হৃদয়েৰে যেয়ে তোমাক মাতিব পাৰে, তোমাক দেখিবলৈ যি ব্যাকুল হয় তাৰ প্ৰাণতেই তুমি অৱতীৰ্ণ হোৱা। বাহিৰৰ বিশ্বব্ৰহ্মাণ্ডত ঘূৰি নুফুৰি কেৱল অন্তৰৰ সত্য শিৱ সুন্দৰৰ ৰূপ ধ্যান কৰিলেই সকলো সিদ্ধ হয়। তোমাৰ প্ৰতি যাৰ ভক্তি নাই; বিশ্বাস নাই সি কেৱল পৰ্ব্বত ভৈয়াম নদী সাগৰ গ্ৰহনক্ষত্ৰ আকাশ বতাহত জড়শক্তিকেই দেখিবলৈ পায়—চৈতন্যময় এই শ্ৰী, সৌন্দৰ্য্য তাৰ ওচৰত প্ৰকাশিত নহয়। তুমি যুগে যুগে মহাপুৰুষসকলৰ মুখেৰে এনে সত্য প্ৰচাৰ কৰিলা যে অনেক শাস্ত্ৰ পাঠ কৰি, নানা যাগ যজ্ঞ কৰি, বা মেধাশক্তিৰ সহায়তো তোমাক পাব নোৱাৰি, তোমাৰ কৰুণা গুণত যি জগত বৰেণ্য সিয়েহে কেৱল তোমাক দেখিবলৈ পায়। তুমি কৃপাকৰি আমাৰ মাজলৈ এনেকুৱা মহাত্মাসকলক পঠাইছা যিসকলে তোমাক প্ৰত্যক্ষ দেখি, তোমাৰ অতীন্দ্ৰিয়ৰূপত মুগ্ধ হৈ সংসাৰৰ সকলো আসক্তিৰ পৰা মুক্ত হৈছে—যেনেকৈ প্ৰকৃতিত, তেনেকৈ মানৱসমাজতো তোমাৰ সৌন্দৰ্য্য আৱিষ্কাৰ কৰিছে। ৪৭॥

---



তুমি যে কেৱল বাস্তৱজগততেই সত্যৰূপে বিৰাজ কৰিছা তেনে নহয়,—যি আদৰ্শ, যি অতীন্দ্ৰিয় তাতো তুমিয়ে একমাত্ৰ সত্য। তুমি আমাৰ প্ৰত্যেকৰে প্ৰাণত নতুন সত্য প্ৰেৰণ কৰিছা—যাতে আমি এই ক্ষুদ্ৰ, সসীম বৰ্ত্তমানক এৰি এক মহান্ অসীম ভৱিষ্যৎ বাজ্যলৈ যাব পাৰো। এইকাৰণে আমি আমাৰ নিজৰ অৱস্থাত নিজে অতৃপ্তি—আমি নিজক যিমানেই জানো বুলি ভাবোঁ সিমানেই আমাৰ অজ্ঞতা বাঢ়ে, যিমানেই ভাল পাও, সিমানেই প্ৰেমৰ ক্ষেত্ৰ প্ৰসাৰিত হয়,—এইবাবেই আমাৰ দুখ, নিৰাশা, ক্ৰন্দন। আমাৰ অন্তৰত স্থিতি হৈ তুমি সদাসৰ্ব্বদাই উদগাই দিয়ে আছা—'হেৰা উঠা, সজাগ হোৱা, বৰণীয় গুৰুৰ ওচৰত জ্ঞানলাভ কৰা',—তুমি আমাৰ প্ৰত্যেক অৱস্থা আৰু ঘটনাতে আমাক বুজিবলৈ দিছা যে আৰু আন এখন জগৎ আছে; যি ঠাইলৈ আমি যাব লাগিব, এনে এটা সুখ আছে যাক আমি পাবই লাগিব। সেই জগৎ আমাৰ আত্মাতেই, সেই সুখ আমাৰ সাধনাৰেই আয়ত্ত। যেনেকৈ মানুহৰ মানস পটত এখনি স্বৰ্গৰাজ্যৰ ছবি আঁকি দিছা—মানুহৰ নিজৰ জীৱনৰ আদৰ্শটি প্ৰকাশ কৰিছা, আৰু বিবেকৰ গুণত উচিত, অনুচিত, ন্যায়, অন্যায়, ধৰ্ম্ম অধৰ্ম্ম, ইত্যাদি বিচাৰৰ শক্তি দি পুণ্যৰ ফালে, কল্যাণৰ ফালে প্ৰেৰণা দিছা, আৰু পাপ, অমঙ্গলৰ পৰা নিৰস্ত কৰিছা,—তেনেকৈ মানৱসমাজৰ এটা আদৰ্শছবি তুমি যুগে যুগে মহাপুৰুষসকলৰ সমুখত উজ্জ্বল কৰি ডাঙি ধৰিছা; যাৰ গুণত তেওঁলোকে সেই স্বৰ্গৰাজ্যৰ ফালে সকলো

নৰনাৰীকে প্ৰলুব্ধ কৰে,—এইৰূপে কিমান ধৰ্ম্মমণ্ডলী গঠিত হয়—যি ঠাইত কিমাণ ভগ্ন হৃদয়, তাপিত প্ৰাণ শান্ত হয়, যি ঠাইত নিৰাশাত ম্ৰিয়মাণ হৈও মানুহে আশাৰ পোহৰ দেখা পায়,—যি ঠাইত সংসাৰৰ সংগ্ৰাম আৰু অশান্তি পাহৰি মানুহে শান্তি পায়—য'ত মৃত্যু আৰু বিচ্ছেদৰ যন্ত্ৰণা, ৰোগ আৰু দাৰিদ্ৰ্যৰ কঠোৰতা তোমাৰ অমৃত পানত উপশম হয়। এই স্বৰ্গৰাজ্যক পৃথিৱীত প্ৰতিষ্ঠিত কৰিব লৈয়ে ইমান ভিন্ন ভিন্ন সমাজ, ইমান ভিন্ন ভিন্ন শাসনতন্ত্ৰ, ব্যৱস্থা আৰু ৰাজ-নীতি—সকলোৰেই এক উদ্দেশ্য—মানৱসমাজৰ সকলো অমঙ্গল দূষিত ভাৱ দূৰ কৰি মঙ্গলভাৱ আৰু পৱিত্ৰতাৰ প্ৰৱাহ বোৱাই দিয়া, তোমাৰ মানৱসন্তানসকলৰ শান্তি আৰু আনন্দ বিধান কৰি পৰস্পৰ বিমল প্ৰেমৰ বিকাশ কৰি সকলোকে ভ্ৰাতৃত্ব ডোলত বান্ধ খুউৰা। কি মহান্ আদৰ্শ আমাৰ সমুখত; তুমি আমাৰ পিতা, আমি সকলো তোমাৰেই সন্তান। তোমা-ৰেই প্ৰেম-পৰিয়াল গঠন কৰিম, তোমাৰ ঘৰতে বাস কৰিম, তোমাৰেই জয়গান কৰিম, কোনো বিৰোধ বা অৰিয়াঅৰি ভাৱ নাথাকিব; জাতিৰ ভিতৰত সংগ্ৰাম দূৰ হৈ যাব; ধৰ্ম্ম এক, মানৱ জাতিএক, কাৰণ সেইবিলাকৰ প্ৰতিষ্ঠাতা তুমিয়েই এক মহান্ পৰমেশ্বৰ। আমাৰ সকলোকে এই সত্যত অনুপ্ৰাণিত কৰা। যি ঠাইত যিমান ধৰ্ম্মমণ্ডলী আছে সকলোকে তুমি এই নতুন ধৰ্ম্ম বিধানৰ প্ৰতিষ্ঠাতা নিযুক্ত কৰা। আমি ব্যক্তিগত সুখস্বাৰ্থ তোমাৰ চৰণত উৎসৰ্গ কৰি তোমাৰ এই বিশ্বজনীন



প্ৰেম ৰাজ্যৰ প্ৰজা হম,—তোমাৰ সন্তান সকলৰ সেৱা কৰি আমাৰ জীৱন ধন্য কৰিম, তুমি আমাক আশীৰ্ব্বাদ কৰা প্ৰভো।৪৮॥

---

তুমি সত্য, জ্ঞানময় গুৰু, তুমি জগতৰ আদিকাৰণ, সৰ্ব্ব-শক্তিমান, সৰ্ব্বব্যাপী সৰ্ব্বদৰ্শী পৰমেশ্বৰ, এই চিন্তাতে আমাৰ প্ৰাণত মুক্তাৱস্থা নাপাও, কিন্তু তুমি অতুল আনন্দ-শান্তি অমৃতৰ প্ৰস্ৰৱণ, তুমি পৰমসুন্দৰ, তুমি মঙ্গলময়, কৰুণাময়, আমাৰ প্ৰেমময় পিতা, এই কথা যেতিয়া ভাবো, তেতিয়া আমাৰ হৃদয় কিমান উচ্চ হৈ উঠে, তেতিয়া মনত কিমান বল পাও, তেতিয়া তোমাৰ চৰণ আলিঙ্গন কৰি শান্তি পাও, আশা পাওঁ, উৎসাহ পাও। তুমি আমাৰ পিতা কি আনন্দৰ কথা, কেনে সৌভাগ্যৰ কথা; তেনেহলে আমাৰ আৰু ভয় কি, আৰু আমাৰ চিন্তা কি? তুমিয়ে আমাৰ সকলো উদ্বেগ অশান্তি দূৰ কৰিবা। আমাৰ পাপৰ যন্ত্ৰণাৰ পৰা তুমিয়ে উদ্ধাৰ কৰিবা, আমাৰ যাতে মঙ্গল হয় তুমিয়ে তাৰ বিধান কৰিবা। তুমি আমাক যেনেকৈ ভালপোৱা তেনেকৈ আৰু কোনে ভাল পাব পাৰে? তুমি অন্ধকাৰত পোহৰ দেখুৱা বিপদত অভয়বাণী শুনোৱা। আমি আৰু আন কাৰ ফালে লক্ষ্য কৰিম, কাৰ ওচৰত আশ্ৰয় লম? সকলো অৱস্থাতে সকলো দেশতে, সকলো কালতে তুমিয়ে আমাৰ প্ৰেমময়

পিতা, তুমি শান্তি দিবা, আনন্দ দিবা, তোমাৰ স্নেহাশীষত আমাৰ প্ৰাণ শীতল পৰিব। আমি সকলো ভাই ভনী মিলি আশা-ভক্তি, বিশ্বাস বিনয়েৰে সৈতে তোমাৰ চৰণত কৰযোৰে বাৰম্বাৰ প্ৰণিপাত কৰিছোঁ। পৰমপিতা, প্ৰেমময় পিতা, তুমি আমাক নাপাহৰিবা, আমিও যেন তোমাক নাপাহৰো। ৪৯॥

---

শান্ত দেৱতা, কোনো শোক-তাপ, কোনো ক্ষয় বিনাশে তোমাক স্পৰ্শ কৰিব নোৱাৰে। সংসাৰত পাপ-তাপ, দুখ-যন্ত্ৰণা, ৰোগ মৃত্যুৰ অতীত অনিৰ্ব্বাণ, অচঞ্চল ধ্ৰুৱতৰাৰ নিচিনা তুমি বৰ্ত্তমান।— নিজৰ আনন্দত বিভোৰ হৈ তুমি জগত সৃজন কৰিছা, নিজৰ আনন্দত নিজে সৃষ্টি কৰিছা, অমৃত পুৰুষ তুমি; মৃত্যুৰ সিপাৰে জ্যোতিৰ্ম্ময় লোকত, ইন্দ্ৰিয়ৰ অতীত অধ্যাত্মলোকত তোমাৰ মন্দিৰ। তোমাৰ ভক্ত সন্তান সকল আৰু দেৱতা সকলে তাত অনন্ত কাল তোমাৰ স্তুতি বন্দনা কৰি থাকে। তোমাক দেখিবলৈ হলে আমি ইহ সংসাৰ ত্যাগ কৰি তোমাৰ নিত্যধামত নতুন জীৱন লাভ কৰিব লগে, সকলো কামনা, বাসনা সংযত কৰি, ইন্দ্ৰিয়ৰ চাঞ্চল্য দমন কৰি তোমাৰ সেৱা-মূলক ধৰ্ম্ম আৰ্জ্জিব লগা হয়। তুমি আমাৰ আত্মাৰ নিভৃত অন্তঃপুৰত থাকি আমাক শুভবুদ্ধি দিছা, সাধু সঙ্কল্পত উৎসাহ আৰু কল্যাণৰ পথত প্ৰেৰণা দিছা। মঙ্গল



বিধানেৰে প্ৰকৃতিৰ আৰু সমাজৰ সকলো ঘটনা নিয়ন্ত্ৰিত কৰি মানৱাত্মাৰ জ্ঞান, প্ৰেম আৰু ইচ্ছাৰ বিকাশ সাধনৰ অনুকূল অৱস্থাৰ ফালে লৈ গৈছা। আদিতে তুমি যেনে আছিলা, অন্তিমতো তেনে হৈয়ে থাকিবা। লীলাৰসত মত্ত হৈ এই বিশ্বব্যাপাৰত পূৰ্ণৰ পৰা পূৰ্ণতৰ আদৰ্শ অভিব্যক্ত কৰিছা, তুমিয়ে ধন্য। ৫০॥

---

অন্তৰ্যামী, তুমি অন্তৰত থাকিয়ে সকলো দেখিছা। জীৱনৰ কোন পিঠিত কি কলঙ্কৰ কালিমা সনা আছে, জীৱনৰ কোন পাতত কি উজ্জ্বল ৰেখা আছে—তাক তুমি জানিছা। কিমান কষ্ট, যন্ত্ৰণা, নিৰাশ, উদ্বেগ, বিৰহ, শোক, তাপ, ব্যাধিয়ে অন্তৰ দগ্ধ কৰিছে তাৰ লেখ তুমি ৰাখিছা। আমাৰ প্ৰত্যেক অপৰাধৰ বাবে তুমি আমাক ন্যায়ৰ তুলাচনীত জুখি যথাযোগ্য শাস্তি বিধান কৰিছা। অথচ প্ৰেম, পুণ্য, আনন্দ আদিৰ প্ৰৱাহত আমাৰ জীৱনক ধৌত কৰি উন্নতিৰ ফাললৈ লৈ গৈ আছা। তুমি আমাৰ পৰিত্ৰাণৰ বাবে কেৱল যে অন্তৰত বিৱেকবাণী আৰু স্বৰ্গ-ৰাজ্যৰ আদৰ্শ প্ৰকাশ কৰিছা—তেনে নহয়, এই মাটিৰ পৃথিৱীত আমাৰ শৈশৱৰ খেল ধেমালিৰ মাজত, বিদ্যালয়ৰ পঢ়াশুনাৰ মাজত, পৰিয়ালৰ গুৰুজনৰ মাজত, যৌৱনৰ বন্ধুত্ব আৰু ভালপোৱাৰ মাজত তুমি নিজকে প্ৰকাশ কৰিছা। তুমি

প্ৰতিদিনে প্ৰকৃতি আৰু মানৱসমাজত অৱতীৰ্ণ হৈছা। তোমাৰ কৰুণাৰ পৰিচয় এখন মুখেৰে কিমান বৰ্ণনা কৰিম।৫১॥

———

ভগৱান, জীৱনৰ ৰঙ্গমঞ্চত তোমাৰ লীলাৰ কিমান অভিনয় নকৰিলা। পৰ্ব্বতৰ নীৰৱতাত, সাগৰৰ তৰঙ্গত তোমাৰ মহান, বিৰাট সত্তাৰ কিমান ধ্যান কৰালা। কিমান স্নেহ, প্ৰীতি, বন্ধুত্ব, দয়াৰ অমৃত ৰসত হৃদয় অভিষিক্ত কৰাইছা! কিমান উৎসৱ, কিমান অনুষ্ঠানৰ পুণ্যআনন্দত সংসাৰক স্বৰ্গ বুলি অনুভৱ কৰাইছা! কিমান ভাৱৰ উচ্ছ্বাসত ধৌত হৈ ভাবিছিলো, বোধকৰো এনে অৱস্থা চিৰকালেই থাকিব, প্ৰিয়জনৰ আলিঙ্গনত স্বৰ্গসুখ লাভ কৰি ভাবিছিলো এই মিলন যেন চিৰকালেই স্থায়ী হৈ থাকিব; কিমান বাৰ আকাশৰ গ্ৰহনক্ষত্ৰত, পূৰ্ণিমাৰ জ্যোৎস্নাত, সূৰ্য্যৰ ৰশ্মিত, পশ্চিম আকাশৰ সান্ধ্য ৰক্তিম বৰ্ণৰ বসন্তৰ পাতফুলত, নৰনাৰীৰ প্ৰেমলীলাত, বালক বালিকাৰ অকপট হাঁহিত তোমাৰ অযাচিত আশীৰ্ব্বাদ ভোগ কৰি ভাবিছিলো—আনন্দতে সৰ্ব্বভূতৰ উৎপত্তি, আনন্দতেই স্থিতি আনন্দতেই লয়, আনন্দই সৃষ্টিৰ মূল কেন্দ্ৰ;—আমাৰ জীৱনো বোধকৰো অনন্তকাল এই আনন্দৰ ৰাগিণীতে সুৰ মিলাই তোমাৰ অমৃতধামৰ ফাললৈ আগবাঢ়ি গৈ আছে। আজি কিয় যে মনত খেলাইছে জীৱনৰ প্ৰভাত আৰু মধ্যাহ্ন যেন পাৰ হৈ গৈছে, অপৰাহ্নৰ নীৰৱতাই যেন সকলো কৰ্ম্মেন্দ্ৰিয়কে



ক্লান্ত, বিষণ্ণ কৰি দিছে। কি যেন এক সন্ধ্যাৰ কাল-মেঘে আগন্তুক মৃত্যু দেৱতাৰ শুভাগমন বাৰ্ত্তা ঘোষণা কৰি মনক উদাস আৰু গম্ভীৰ কৰি তুলিছে।৫২॥

———

আমি স্বীকাৰ কৰো বা নকৰো তুমি আমাৰ প্ৰেমময় পিতা ৰূপে আমাক পালন কৰিছা। 'তুমি আছা' এই কথা বিশ্বাস কৰো বা নকৰো আমাৰ জীৱন তোমাৰ অসীম কৰুণাৰ জ্বলন্ত সাক্ষী হৈ আমাৰ অৱিশ্বাস কেই লাজ দিছে। জীৱনৰ অধিকাংশ কাল আমি নানা কাম নানা কোলাহলৰ মাজেৰে কটাও - সেই সময়ত আমি তোমাক পাহৰি থাকো, কিন্তু তুমিতো আমাৰ বাবে সকলো আৱশ্যকীয় উপাদানৰ বিধান কৰিছা।

আমাৰ শৰীৰৰ প্ৰত্যেক ৰক্তবিন্দু, প্ৰত্যেক নিশ্বাস প্ৰশ্বাসে তোমাৰেই অস্তিত্বৰ প্ৰমাণ দিব ধৰিছে। তুমি প্ৰাণৰূপী দেৱতা সেইবাবেই বিশ্বময় প্ৰাণৰ তৰঙ্গ উঠিছে, আৰু লয় পাইছে। তুমি পানী এটোপাতে অসংখ্য কীটাণু ধাৰণ কৰি সিহঁতৰ প্ৰত্যেকৰে আহাৰ যোগাইছা,—সিহঁতৰ শৰীৰত ক'ত কি আছে সকলোকে তুমি জানিছা। সৃষ্টিৰ আদিৰে পৰা—তুমি নিজৰ জ্ঞানতে এই ব্ৰহ্মাণ্ডক গঢ়ি তুলিছা, জলস্থল-বায়ুময় পৃথিৱীক তুমি জীৱজন্তুৰ বাসোপযোগী কৰি তুলিছা, কত সাগৰ, কত পৰ্ব্বত, কত উপত্যকা অধিত্যকা, অৰণ্য মৰুভূমি হ্ৰদ-নদীৰ দ্বাৰা পৃথিৱীৰ বক্ষস্থল সুশোভিত কৰিছা—মানুহৰ

অন্নবস্ত্র, আৱাসৰ উপাদান তুমিয়ে যোগাইছা। প্ৰকৃতিত তোমাৰ মঙ্গলনিয়ম স্থাপন কৰিছা, প্ৰকৃতি শস্যপূৰ্ণা হৈ, ফল-ফুলেৰে সম্পদশালী হৈ মানুহৰ সকলো অভাৱ দূৰ কৰিছে। কিমান মানুহ আহে আৰু গুচি যায়, কিন্তু তোমাৰ অক্ষয় ভাণ্ডাৰে সকলো জীৱজন্তুৰ প্ৰয়োজনীয় বস্তু যোগায়ো শেষ হব নাজানে। তুমি এনে প্ৰেমময়, এনে সুন্দৰ, এনে আনন্দময় আমাৰ ওচৰতেই তুমি আছা, আমাৰ ভয় কিহৰ? তুমি আমাৰ লগতে আছা, আমাক কোনো মৃত্যুৱে বিচলিত কৰিব নোৱাৰে—কাৰণ আমাৰ অন্তৰত তোমাৰ স্থিতি। আমি যি ঠাইতেই প্ৰেম আনন্দৰ জয়গান কৰিছো, সেই ঠাইতে তুমিও আছা,– জয়, আশা, বল, উৎসাহ সাহস সকলো তোমাৰ পৰাই আহিছে। তুমি অমৃতৰ উৎস। তোমাৰ হাতৰ এক মহান্ দান ৰূপে আমি এই জীৱন গ্ৰহণ কৰিম। যাৰ কোনো নাই, যি অত্যন্ত নিৰাশ্ৰয়, অসহায়, সকলোৰে যাক অৱজ্ঞা অনাদৰ উপেক্ষা অৱহেলা কৰে তাৰো তুমিয়ে আশ্ৰয়স্থল। আমি যেতিয়া নিজৰ ফাললৈ লক্ষ্য কৰো, তেতিয়া আমাৰ ক্ষুদ্ৰতা ঢাকি থবলৈ ঠাই বিচাৰি নাপাও। তোমাৰ প্ৰেমৰ গুণতেই কেৱল আমি মহীয়ান্। ৫৩॥

---

আমি প্ৰতি মুহূৰ্ত্ততেই তোমাৰ ওপৰত নিৰ্ভৰ কৰি আছো। চৰায়ে যেনেকৈ বায়ুমণ্ডলত উৰি ফুৰে, অথচ বায়ু কি বস্তু



নাজানে, মাছ যেনেকৈ পানীত থাকে, অথচ পানীৰ প্ৰকৃতি নাজানে,—তেনেকৈ আমিও তোমাৰ মাজতেই আছো, তোমাতেই জন্ম লওঁ, তোমাৰ কাৰণেই জীয়াই থাকো, তোমাৰ কাৰণেই বৰ্দ্ধিত হওঁ, তোমাতে লয় পাও, অথচ তুমি কোন তাক নাজানো। তুমি প্ৰাণৰূপে আমাৰ বায়ুচালনা, ৰক্তচালনা, ক্ষুধানিবৃত্তি আৰু পৰিপাক কৰি দেহ-মনৰ স্বাস্থ্য আৰু পুষ্টি সাধন কৰিছা, চৈতন্যৰূপে মনৰ সকলো শক্তি চালনা কৰিছা স্মৃতি বুদ্ধি কল্পনা চিন্তাধ্যান তোমাৰ দয়াৰ গুণতেই সম্ভৱ হৈছে, আকৌ নিশাৰ আন্ধাৰ আৰু নিদ্ৰাৰ আৱৰণ টানি তুমিয়ে আমাৰ চেতনাক তোমাৰ মাজত সংবৃত্ত কৰিছা। তুমি আমাৰ সম্বল, তুমি আছা বুলিয়েই আমিও আছো। তুমি বিৱেকৰ মাজত তোমাৰ আদেশবাণী প্ৰচাৰ কৰি তোমাৰ জ্বলন্ত জাগ্ৰত চক্ষুৰ, তোমাৰ চিৰবৰ্ত্তমানতাৰ অব্যৰ্থ প্ৰমাণ দিছা। ৫৪॥

---

তুমি সমস্ত মানৱ জাতিৰ ধন, তুমি ভোগৰ সামগ্ৰী বা বিলাসৰ উপকৰণ নোহোৱা। তোমাক দেখিবলৈ হলে সমাজৰ নিম্ন-স্তৰলৈ, অৰ্থহীন অন্নহীন ভাইভনীৰ ওচৰলৈ যাব লাগে। য'ত ৰোগীয়ে যন্ত্ৰণাত ছট্‌ফট্ কৰিছে, পুত্ৰহীনা জননীয়ে যিঠাইতে পুত্ৰশোকত অধীৰ হৈ বিলাপ কৰিছে সেইঠাইতে তুমি সান্ত্বনা-ৰূপে, কৰুণাৰূপে অমৃত বৰ্ষণ কৰিছা। যাৰ কেও নাই,

যাৰ ভাইভনী, পিতামাতা, ঘৰ-বাৰী নাই তাৰো আশ্ৰয় তুমি, যাৰ অন্নবস্ত্ৰ নাই তাৰ বাবে তোমাৰ অন্তৰ ব্যথিত। এই জগতৰ জননী তুমি, সৰ্ব্বসহা, সৰ্ব্ববাহী. বিশ্বৰ যিমান দুখ দৈন্য, যিমান আৰ্ত্তনাদ ক্ৰন্দন, যিমান উদ্বেগ অনুতাপ, যিমান হুমুনিয়াহ অশান্তিয়ে তোমাৰ জীৱনক আঘাত কৰিছে, ভাবিলে ইয়ে তোমাৰ মাতৃস্নেহৰ গৌৰব। ব্ৰহ্মাণ্ডৰ অধীশ্বৰ হৈ যদি কেৱল হাঁহি গান, আনন্দ ঐশ্বৰ্য্য, আৰু স্বচ্ছলতাৰ মাজতেই তোমাৰ সিংহাসন অটল থাকিলে হেঁতেন তেনেহলেতো লক্ষ লক্ষ দুৰ্ভাগ্য সন্তান তোমাৰ পৰা দূৰত থাকিব লাগিলহেঁতেন। ৫৫॥

---

তুমি একমাত্ৰ সত্য—জড়জগতৰ অণু পৰমাণুত, প্ৰাণীজগতৰ জন্মমৃত্যুৰ মাজত তুমি সত্য। চৈতন্যস্বৰূপ, তোমাৰ জ্যোতিত জ্যোতিষ্মান হৈয়ে সূৰ্য্যই তাপ বিকীৰণ কৰে; পোহৰত আমাৰ মনৰ অন্ধকাৰ দূৰ হয়। অনন্ত তোমাৰ শক্তি, অসীম তোমাৰ জ্ঞান, অফুৰন্ত তোমাৰ প্ৰেম, অপৰাজিত তোমাৰ সহিষ্ণুতা। তোমাৰ সৌন্দৰ্য্য আকাশৰ নানাবৰ্ণত, পাতফুলৰ বৈচিত্ৰ্যত, পৰ্ব্বত সাগৰৰ গভীৰ নীৰৱতাত, মাহ-পক্ষ ঋতুৰ পৰিৱৰ্ত্তনত প্ৰকাশিত। তোমাৰ আনন্দ চৰাইৰ গানত, ম'ৰাৰ নাচত, মানৱসমাজৰ হাঁহিধেমালিত উচ্চাৰিত হৈছে। আমাৰ অন্তৰত তুমি মঙ্গলৰূপে বিৰাজ কৰিছা, ন্যায়ৰ আদৰ্শ প্ৰেৰণ কৰিছা, জ্ঞানৰূপে, চৈতন্যৰূপে প্ৰকৃতিৰ নিয়ম উদ্‌ঘাটিত



কৰি তোমাৰ গুপ্তশক্তিৰ, লগত আমাক পৰিচিত কৰিছা। এই বিচিত্ৰ ৰহস্যময় জগতৰ মাজ ঠাইত ঠিয় দি, প্ৰত্যক্ষ মৃত্যুৰ, ৰোগ শোক আৰু দুৰ্ঘটনাৰ বিভীষিকা দেখা সত্ত্বেও আমি তোমাক পিতা বুলি জানিছো, ই আমাৰ বৰ সৌভাগ্যৰ কথা! জীৱনত তোমাৰ এই অপাৰ কৰুণাৰ কথা স্মৰণ কৰি তোমাৰ চৰণত নমস্কাৰ কৰোঁ। ৫৬॥

সংসাৰৰ সকলো সুখদুখ, হাঁহাকন্দা, জীৱন মৃত্যু লৈ তোমাৰ ইনো কি খেলা, ভগৱান! কিমান নগৰ শ্মশানত পৰিণত কৰিছা, অৰণ্যক উদ্যান কৰিছা, মৰুভূমি শস্য-শ্যামল ক্ষেত্ৰ কৰিছা, আকৌ সোণৰ সংসাৰ পুৰি ছাই কৰিছা। কিমান নিৰ্দ্দোষ হতভাগ্য অন্যায় বিচাৰত দণ্ডিত হৈছে, কিমান কোমলমতি বালিকা পিতৃমাতৃহীন হৈ দুৰ্ব্বৃত্তৰ আমোদৰ উপকৰণ হৈছে, কিমান প্ৰেমিকাৰ স্বৰ্গীয় ছবি নিৰাশাৰ কালিমাত ধূমাচ্ছন্ন হৈ পৰিছে! ইমান বিৰহ, ইমান বিচ্ছেদ, ইমান বিয়োগ, ইমান বিষাদ তোমাৰ জগতত নিতৌ বিৰাজ কৰিছে, ইমান পাপ, ইমান অপৰাধ প্ৰত্যহ অভিনীত হব লাগিছে। কিমান সতীৰ সতিত্ব নষ্ট হৈছে, সাধুৰ ওপৰত অসাধুৰ অত্যাচাৰ চলিছে, প্ৰৱলে দুৰ্ব্বলৰ যথাসৰ্ব্বস্ব কাঢ়ি নিছে! এইবিলাক অমঙ্গল চকুৰ আগত দেখিও তোমাৰ ভক্তসকলে কয়—"জানো—তুমি মঙ্গলময়" যেতিয়া মৃত্যুৰ দূত আহি প্ৰিয়জনক বুকুৰ পৰা কাঢ়ি লৈ গৈছে, তেতিয়াও তেওঁলোকে কৈছে "তোমাৰ ইচ্ছাই পূৰ্ণ হ'ক, হে করুণাময় স্বামী"। ৫৭॥

জীৱনদাতা, তোমাৰ পৰাই এই জীৱন পাইছো ; যেতিয়া শিশু আছিলো, তেতিয়া তোমাৰ প্রেমেই আমাক লালন-পালন কৰিছে। আমাৰ পিতামাতাৰ হৃদয়ত তোমাৰেই অনন্ত প্রেম অৱতীর্ণ হৈছে, তুমি তেওঁলোকৰ হৃদয়ত মূর্ত্তিমান হৈ প্রতিনিয়ত আমাক স্নেহেৰে আৱৰি ৰাখিছিলা, সকলো বিপদৰ পৰা ৰক্ষা কৰিছিলা, কি টোপনিত, কি সচেতন অৱস্থাত আমাৰ সঙ্গী আছিলা, ৰোগদুখত বুকুত সাৱটি লৈ আমাক শান্তি দিছিলা। তেতিয়া আমি তোমাক নাজানিছিলো,—কিন্তু আজি বুজিছোঁ যে পিতামাতাৰ প্রতি আমাৰ যি ভক্তি, যি ভালপোৱা আছে, আমাৰ সুখেৰে পিতা-মাতাক যি আনন্দ দিছোঁ, সেই ভক্তি, সেই ভালপোৱা, সেই আনন্দই তোমাকে পাইছেগৈ। আমি নোখোজোতেই কিমান কৰুণাৰ দান তুমি আমাক দিছা! জন্মামাত্রকতে ধৰণীয়ে আমাক কোলাত ললে, পোহৰ বতাহে আমাক আলিঙ্গন কৰিলে, মাতৃস্তনৰ দুগ্ধই আমাক অমৃতৰ আস্বাদ দিলে। শৈশৱত তোমাৰ জগৎ আমাৰ ওচৰত কিমান সুন্দৰ আছিল, কি আনন্দৰ ধাৰা, ইয়াৰ বর্ণ—গন্ধ—ৰসত, চৰাইৰ কলৰৱত, গছৰ পাতফুলত উথলি উঠিছিল,—প্রেমৰ পোহৰতে তেতিয়া সকলো শোভাময়, সুখময় আছিল। সংসাৰৰ সকলো মানুহেই আমাৰ আপোন আছিল;—পৃথিৱী যেন আমাৰ পৰিয়াল আৰু ঘৰ আছিল। চাৰিওফালে প্রেম আৰু আনন্দ যেন অজস্র ধাৰাত উচ্ছ্বসিত হৈ আমাক



ধুৱাই নিছিল, আজি তাকে ভাবি তোমাৰ চৰণত শতবাৰ প্রণিপাত কৰোঁ। ৫৮॥

---

আজি প্রভাতৰ বিমল আলোকত তোমাৰ প্রেমৰ আভাস পাই আনন্দৰ উচ্ছ্বাসত হৃদয় ভৰি উঠিছে। আজি তোমাক প্রাণত উপলব্ধি কৰি বিশ্বব্রহ্মাণ্ডত তোমাৰ প্রকাশ দেখিবলৈ পাইছোঁ। আজি আৰু নীৰস জ্ঞানৰ চর্চ্চাৰে তোমাৰ স্বৰূপৰ দার্শনিক তত্ত্ব ব্যাখ্যা নকৰো, আজি আৰু কল্পনাৰে আৰু ভাষাৰ পল্লৱে ভাৱক ঢাকি নথয়। আজি তোমাক সত্যজগতত সত্যভাৱে দেখিম—প্রকৃতিৰ সৌন্দর্য্যত তোমাৰ আনন্দৰ অভিব্যক্তি দেখিম, মানৱীয় প্রেমে তোমাৰ অনন্ত প্রেমৰ পৰশ পাব, সমাজৰ বিচিত্র অনুষ্ঠানত তোমাৰ মঙ্গল-ৰূপ প্রতিষ্ঠিত হোৱা দেখিবলৈ পাম। আজি সকলো জীৱে, সকলো ভূতে তোমাৰ লীলা অনুভৱ কৰিব। মানুহ আৰু মানুহ নহয়, তোমাৰেই মূৰ্ত্তিগ্রহণ, তোমাৰেই অৱতাৰ, শাস্ত্রপ্রকাশিত সত্য আৰু প্রকৃতিৰ বাহ্যৰূপ মানৱীয় বা প্রাকৃতিক নহয়, তোমাৰেই অতীন্দ্রিয়, অতিপ্রাকৃতিক, আধ্যাত্মিক লোকৰ প্রকাশ। আজি আৰু নিজৰ দুর্ব্বলতা আৰু ধৰ্ম্মৰ অপব্যৱহাৰ দেখি তোমাৰ কৰুণাৰ, তোমাৰ সত্যতাৰ বিষয়ে সন্দিহান হৈ মানৱ সমাজক ধৰ্ম্মৰ বাণী শুনাবলৈ পিচ হুহঁকি নাথাকিম। আজি জীৱনটো তোমাৰ প্রেমৰ জ্বলন্ত সাক্ষ্যৰূপে গ্রহণ কৰিম। আমি যে জীৱন ধাৰণ কৰিছো,

তাৰ মাজত জানো তোমাৰ মঙ্গলহস্তৰ সাঁচ বহা নাই ? কেৱল যে অন্নজল, বতাহ-পোহৰ দিয়েই তুমি প্রতি মুহূর্ত্তে আমাক পৰিপুষ্ট কৰিছা এনে নহয়; তুমি শৰীৰৰ ৰক্তচলাচল, নিশ্বাস-প্রশ্বাস, খাদ্যপৰিপাক প্রতিদিন নিয়মানুগ কৰিছা,—এনে নহয় ; তুমি আমাৰ জীৱনৰ প্রত্যেক কাম, প্রত্যেক কথা, প্রত্যেক চিন্তাকে জানি আমাৰ তদনুৰূপ ফল বিধান কৰিছা আৰু তোমাৰ মঙ্গল-ৰাজ্য স্থাপনৰ বাবে আমাৰ জীৱনক এক অজ্ঞাত, অদৃষ্ট ভৱিষ্যতৰ ফালে লৈ গৈ আছা ।

আমাৰ সকলো স্বার্থকামনা, যত কলুষিত চিন্তা, যিমান বিৰুদ্ধ ভাৱ, বৈষম্য, বন্ধুৰতা, তোমাৰ বিশ্বজাগতিক মঙ্গল ইচ্ছাৰ ওচৰত এদিন পৰাজিত আৰু পৰাহত হবই । আমাৰ চৈতন্য তোমাৰ বিশ্বচৈতন্যৰ এটি কণা মাত্র, আৰু জ্ঞান তোমাৰ অনন্ত জ্ঞান সমুদ্রৰ সামান্য ফেনৰ নিচিনা ; সেইবাবেই আমাৰ অন্যায় আচৰণে এই চৈতন্য-ক্ষেত্রক সঙ্কীর্ণ আৰু জ্ঞানৰ পৰিধি সঙ্কুচিত কৰে। আমাৰ প্রেম, আনন্দ তোমাৰেই বিশ্বপ্রেম আৰু আনন্দৰ হেন্দোলনিত উথলি উঠে, সেইবাবেই আমি সৌন্দর্য্যলোক আৰু আনন্দ সাগৰত বাস কৰি সুস্থ হওঁ, উন্নত হওঁ । আকাশৰ গ্রহবিলাক যেনেকৈ তোমাৰ আঙ্গুলিৰ ইঙ্গিততে নিয়ন্ত্রিত হৈছে, চক্রাকাৰে অনন্ত আকাশপথত পৰিভ্রমণ কৰিছে, বনৰ ফুল যেনেকৈ তোমাৰ অদৃশ্য তুলিকাস্পর্শত ৰঞ্জিত হৈছে, তেনেকৈ আমাৰ জীৱনো তোমাৰ ইচ্ছাত এক প্রেম পৰিয়ালৰ অন্তর্ভুক্ত সভ্যৰূপে গণ্য হৈছে ।৫৯॥



তুমি অন্তৰন্তৰ, তুমি অন্তৰতম, হৃদয়ৰ নিভৃত অন্তঃপুৰত যি কথাটি গুপ্ত আছে সিও তোমাৰ দিব্যচক্ষুত প্রকাশিত ; আমাৰ জীৱনৰ ক'ত কি খুঁত আছে তোমাৰ সি অজ্ঞাত হব নোৱাৰে । যিমান আঘাত, যিমান বেদনাই আমাক অভিভূত কৰিছে, তোমাৰ সর্ব্বসহা সর্ব্ববাহী বিশ্বজীৱনত তাৰ প্রতিবিম্ব উঠিছে । আমাৰ অন্তৰৰ কৰুণ ৰাগিণী তোমাৰ সহস্র কর্ণত প্রতিধ্বনিত হৈছে । যিমান প্রেম, যিমান স্নেহ জীৱনত উপভোগ কৰিছো, তাৰ মূল উৎস যেনেকৈ তুমি, তেনেকৈ তাৰ চৰম লয়ো তোমাতেই ।৬০॥

---

তুমি পৃথিৱীত কিমান সৌন্দর্য্য বিলাই দিছা, কিমান আনন্দ অজস্রধাৰে বিতৰণ কৰিছা, তাৰ অন্ত নাই অথচ আমি তোমাক স্বীকাৰ নকৰো তোমাক মনতো নাভাবো । ইয়াত কোনে জীৱন-ধাৰণ কৰিলেহেঁতেন, কোনেইবা শৰীৰ চেষ্টাত নিযুক্ত থাকিল হেঁতেন, যদি আনন্দ ইয়াৰ মূলত নাথাকিল হেঁতেন ? আনন্দতে জগতৰ জন্ম, আনন্দতে জগতৰ স্থিতি, আনন্দতেই জগতৰ পৰিণতি । সেই কাৰণে সকলো দুখ শোক, নিৰাশা পৰাজয়, ৰোগ-অশান্তিৰ অহাযোৱা সত্ত্বেও আনন্দৰ সোঁতেই সমাজত স্থায়ীভাৱে প্রৱাহিত হয় আৰুমানুহক জীৱনত অনুৰক্ত কৰে । তুমি যদি কেৱল অন্নজল, পোহৰ বতাহেৰেই আমাক জীয়াই ৰাখিলাহেঁতেন, যদি পৃথিৱীক কেৱল বিচিত্রশক্তিৰ

ক্রীড়াক্ষেত্র কৰি ৰাখিলাহেঁতেন, তেনেহলে তোমাক শক্তিমান আৰু জীৱনদাতা বুলিয়েই জানিলোহেঁতেন আৰু ভয়েৰে প্ৰীতি উপহাৰ দিলো-হেঁতেন, কিন্তু তুমি যে এনে সৌন্দৰ্য্য এনে আনন্দ, এনে বৰ্ণ, এনে গন্ধ, এনে আস্বাদ, এনে সঙ্গীত আমাৰ বাবে বিধান কৰিছা আৰু আমাৰ প্ৰাণত এইবিলাক উপভোগ কৰিবলৈ আৰু আদৰ কৰিবলৈ উপযুক্ত জ্ঞান আৰু প্ৰীতি দিছা, ইয়াতেই তোমাক প্ৰেমময় পিতা বুলি আহ্বান কৰো আৰু আত্মা, নিজে প্ৰেম আৰু ভক্তিত আপ্লুত হৈ তোমাৰ চৰণত প্ৰণত হয় ।৬১॥

---

তুমি সমগ্ৰ—আমি অংশ, তুমি সূৰ্য্য—আমি তাৰ ৰশ্মি, তুমি অগ্নি আমি স্ফুলিঙ্গ, তুমি সমুদ্ৰ আমি তৰঙ্গ, তুমি গছ, আমি তাৰ পাত। যি ফালেই চাওঁ—তুমিয়ে আদি, তুমি মধ্য, তুমি অন্ত, তোমাক আশ্ৰয় কৰিয়ে আমাৰ সত্তা, জীৱন, মন আৰু আত্মা। জন্মৰ আগতে আছিলো নে নাই, যদি আছিলো—কি আছিলো, ক'ত আছিলো—একোকেই নাজানো ; মৃত্যুৰ পাচত থাকিম নে নাথাকিম, যদি থাকো—ক'ত থাকিম, কি কৰিম—তাৰ একোকেই নাজানো। এই দুদিনৰ বাবে মনুষ্যজন্ম কিয় লাভ কৰিলো, কিমান দিন জীয়াই থাকিম, কি কৰ্ত্তব্য কৰিম, সিও অন্ধকাৰেৰে আবৃত। একমাত্ৰ তোমাৰ অনন্ত জ্ঞানৰ এটি কণাই আমাৰ আত্মা আলোকিত



কৰিছে, প্ৰকৃতি আৰু সমাজৰ তত্ত্ব উদ্ঘাটন কৰিছে, সত্য প্ৰকাশ কৰিছে , মঙ্গলৰ আদৰ্শ আৰু শুভবুদ্ধি দিছে। ইয়াৰ পোহৰতেই আমি নিজক, তোমাক আৰু চতুষ্পাৰ্শ্বৱৰ্ত্তী বিশ্বক অলপ জানিব পাৰিছো। তুমি সমগ্ৰ হৈও আমাৰ আত্মাত ওতপ্ৰোত হৈ আছা, আমাৰ জীৱনত তোমাৰ পূৰ্ণতা প্ৰতিষ্ঠিত হোৱা দেখিবলৈ বাঞ্ছা কৰিছা। প্ৰতি মুহূৰ্ত্তে আমাৰ দেহসমুদ্ৰত তোমাৰ জ্ঞান, প্ৰেম, সৌন্দৰ্য্য আৰু আনন্দৰ জোৱাৰভাটা তুলি আমাক তোমাৰ ভাৱেৰে বুৰাই পেলাইছা, আমাক তোমাৰ স্বৰূপৰ লগত এক কৰিবৰ আয়োজন কৰিছা। ৬২ ॥

---

তুমি সংসাৰ স্ৰজিলা কিয়? তোমাৰ কিহবাৰ অভাৱ আছিল, নে কোনো অপূৰ্ণতা বা দুখ আছিল, যাক দূৰ কৰিবলৈ তুমি ইমান ডাঙৰ ব্যাপাৰত হাত দিলা? জগৎ সৃষ্টিৰ পূৰ্ব্বতে তোমাৰ শক্তি জানো কোনো অংশত ক্ৰটি আছিল, যাক বিকাশ কৰিবলৈ তোমাৰ সৃষ্টিকাৰ্য্য একান্তই আৱশ্যক হ'ল? তোমাক কোনো বাহিৰৰ শক্তিয়ে বাধ্য কৰি এই জ্ঞানকৌশলময় সৃষ্টিকাৰ্য্যত প্ৰবৃত্ত কৰাইছিল? তুমিতো সৃষ্টিৰ পূৰ্ব্বতো যেনে, এতিয়াও তেনে পৰিপূৰ্ণ জ্ঞান, পৰিপূৰ্ণ আনন্দ, অসীম শক্তি আৰু অনন্ত প্ৰেমৰ একমাত্ৰ আধাৰ। তোমাৰ এই জ্ঞান, এই আনন্দ, এই শক্তি আৰু

এই প্ৰেমেই সৃষ্টিৰ হেতু। পৰম আনন্দ মনে তুমি এই সংসাৰ ৰচনা কৰিছা, পৰম আনন্দ কৰি তুমি ইয়াক আজিও পৰিচালনা কৰিছা। হে কবি, নাজানো—কি আনন্দত বিভোৰ হৈ তুমি এনে সুন্দৰ ৰাগিণীত এনে সুন্দৰ গান গাইছা। হে চিত্ৰকৰ, নাজানো কি উচ্চ ভাৱৰ উচ্ছ্বাসত তোমাৰ তুলিকাৰ পৰা এই সুশোভন চিত্ৰপট অঙ্কিত হৈছে। তুমি যাৰ হাতত তোমাৰ মহৎ কাৰ্য্যৰ ভাৰ দিয়া, তেওঁলোকক তো তুমি এই অসীম আনন্দৰে পৰিপূৰ্ণ কৰি জগাই তোলা; এই বাবেই তো তেওঁলোকে সকলো দুখবিপদ তুচ্ছ কৰিও পৰম আনন্দ মনে তোমাৰ জয়গান কৰে। তেওঁলোক তোমাৰেই প্ৰতিমূৰ্ত্তি। ৬৩॥

---

আনন্দলোকত, মঙ্গললোকত তুমি সত্য সুন্দৰ দেৱতা ৰূপে বিৰাজ কৰিছা। সাগৰৰ ঢৌৱে যেনেকৈ পাৰৰ বালিৰ চটত আঘাত কৰে. তেনেকৈ সংসাৰৰ দুখ-বিপদ শোক-তাপে বহিৰ্জগতৰ শাৰীৰিক জীৱন চঞ্চল কৰি তোলে। গভীৰ সমুদ্ৰৰ নিম্নভাগ যেনে প্ৰশান্ত নিস্তব্ধ, তেনেকৈ ভক্তৰ হৃদয় তোমাৰ মঙ্গল ইচ্ছাতে আত্মসমৰ্পণ কৰি সকলো অৱস্থাতে নিৰ্ব্বিকাৰ নিৰাময় হৈ থাকে। অন্তৰ্জগতৰ লগত যাৰ পৰিচয় হৈছে,—আধ্যাত্মিক জীৱনৰ গভীৰ সাধনাৰ বলত যেয়ে নিজৰ ওপৰত প্ৰভুত্ব স্থাপন কৰিব পাৰিছে,



তেওঁৰ সম্পদ নিত্যস্থায়ী; তেওঁলোক য'লৈকে যায়, তাতেই ভিতৰৰ শক্তি আৰু প্ৰেমৰ পোহৰত বাহিৰৰ সকলো বস্তুকে অনুৰঞ্জিত কৰি তোমাৰ সৌন্দৰ্য্য উপভোগ কৰে। তেওঁলোকে যি মানুহৰ সংস্পৰ্শলৈ আহে, যি অৱস্থা বা ঘটনাৰ লগত জড়িত হয়, সেই মানুহক নিজৰ স্বৰ্গীয় প্ৰভাৱেৰে প্ৰভাৱান্বিত কৰে, সেই অৱস্থা আৰু ঘটনা তেওঁলোকৰ কল্যাণৰ অনুকূল হৈ পৰে। এইবাবেই তোমাৰ পুণ্যাত্মা সন্তানসকলৰ চিৰ আনন্দ। তোমাৰ জগতত নিতৌ আনন্দ উৎসৱ চলিব লাগিছে—যেনেকৈ প্ৰকৃতিয়ে গছলতা. ফল-ফুলৰ ঠালঠেঙুলি-ৰূপ হাতেৰে তোমাৰ আনন্দ অংশ গ্ৰহণ কৰিছে, যেনেকৈ চন্দ্ৰসূৰ্য্যই আকাশত গ্ৰহ-নক্ষত্ৰ সমন্বিতে আৰতি কৰি তেওঁলোকৰ আনন্দ জনাইছে,—তেনেকৈ সাধুভক্তসকলেও তোমাৰ প্ৰেমত উন্মত্ত হৈ নিতৌ উৎসৱ সম্ভোগ কৰিছে। ৬৪॥

---

তোমাৰ প্ৰেমতে জগৎ এনে সুন্দৰ, তোমাৰ প্ৰেমতে সংসাৰ এনে মধুময়! তোমাৰ প্ৰেমতে সূৰ্য্যই পোহৰ দিয়ে; মেঘে বাৰি বৰ্ষণ কৰে, চন্দ্ৰই হাঁহে, ফুল ফুলি উঠে। নানা বৰ্ণে, নানা গীতে, নানা গন্ধে, নানা ছন্দে, আমি তোমাৰেই প্ৰেমসুধা পান কৰি আনন্দ পাওঁ। প্ৰকৃতিৰ কণ্ঠৰ পৰা নিতৌ আনন্দৰ ৰাগিণী উঠিছে, প্ৰকৃতিৰ দেহত, গছলতাত, নদী-গিৰি বন-উপৱনত, সাগৰ পৃথিৱী সকলোতে

তোমাৰেই সৌন্দৰ্য্যৰ গৰিমা পৰিলক্ষিত হৈছে, আকৌ মানৱ-সমাজৰ কিমান হাঁহিধেমালি, কিমান গল্প-উপন্যাস, কিমান কাব্য, কিমান উৎসৱে এই আনন্দৰ প্ৰতিধ্বনি কৰিছে; শিশুৰ হাঁহিত, মাতৃৰ স্নেহত, পত্নীৰ প্ৰেমত, ভক্তৰ সেৱাত, সকলো মহৎ অনুষ্ঠান আৰু ধৰ্ম্মভাৱত এই সৌন্দৰ্য্য প্ৰতিফলিত হৈছে—এই সকলোৰে মূলত তোমাৰেই প্ৰেম। প্ৰেমময় আনন্দ ময় তুমি, সকলো সুন্দৰৰ পৰম সুন্দৰ তুমি,—তোমাৰ ৰূপ দেখাৰ তো কথাই নাই, তোমাৰ অমৃতবাণী শুনাৰ তো কথাই নাই—তোমাৰ নামতে কত সুধা আছে, কত মধু আছে। কি প্ৰাণমুগ্ধকৰ তোমাৰ নাম। সকলো উদ্দাম প্ৰবৃত্তি শান্ত হৈ যায়, সকলো পাপতাপৰ মলি ধুই নিয়ে, সকলো জ্বালা-যন্ত্ৰণা দূৰীভূত হয়—হৃদয়ত পুণ্যপ্ৰেমৰ সোঁত প্ৰৱাহিত হয়, ভাৱৰ ঢৌত জোৱাৰ আহে; পৰিপূৰ্ণ আনন্দ, নিৰাময় শান্তি, স্বৰ্গীয় সৌন্দৰ্য্য—সকলো তোমাৰ নামতে লুকাই আছে। যাৰ নামৰ মাজতে এনে আনন্দ,—তাৰ স্বৰূপ কিমান অনন্ত, কিমান ঐশ্বৰ্য্যশালী। তোমাৰ প্ৰেমতে তুমি আমাৰ ওচৰত ধৰা দিছা, তোমাৰ প্ৰেমেই ধন্য। ৬৫ ॥

---

নিতৌ ৰাতিপুৱা তোমাৰ মুখমণ্ডলৰ জ্যোতিতেই পৃথিৱী আলোকিত হয়। চন্দ্ৰ-সূৰ্য্য তোমাৰ চকু, আকাশ তোমাৰ ললাট,—সূৰ্য্যৰ পোহৰত আৰু চন্দ্ৰৰ জ্যোৎস্নাতে তোমাৰ



মুখৰ হাঁহি ফুটি উঠে। বনত কিমান ফুল ফুলে, চৰায়ে কত গান গায়, নদী সাগৰ তোমাৰ বিৰহত উচছ্বসিত হৈ উঠে; মৃদুমন্দ বায়ুৱে সুগন্ধ বহন কৰে, মেঘে দেশে প্ৰদেশে ঘূৰি বাৰিবৰ্ষণ কৰে,—মাটিৰ পৰা শস্য উৎপন্ন হয়, গছৰ সুস্বাদু ফলে মানুহক তৃপ্তি দিয়ে—এই সকলো প্ৰাকৃতিক ব্যাপাৰত তোমাৰেই মাতৃস্নেহ প্ৰকটিত হয়। তুমি মানৱ সন্তানক আনন্দ দিবলৈ তোমাৰ সৌন্দৰ্য্য তেওঁলোকৰ ওচৰত প্ৰকাশিত কৰিছা, তেওঁলোকক লৈ প্ৰকৃতিৰ মুক্ত প্ৰান্তৰত নিতৌ উৎসৱ কৰিছা, এই বাবেই মানুহে নগৰ এৰি গাৱঁত, সাগৰৰ পাৰত, পৰ্ব্বত-ভৈয়ামত ভ্ৰমণ কৰিবলৈ ইমান ব্যস্ত! মানৱসমাজত আমি তোমাৰ সৌন্দৰ্য্য, প্ৰেম আৰু মঙ্গলভাৱ দেখিবলৈ নাপাওঁ, মানুহৰ পাপ, অসত্য অন্যায়, দুখ, দাৰিদ্ৰ্যই সমাজক কলুষিত কৰিছে,-এইবাবেই প্ৰকৃতিত তোমাৰ নিৰ্ম্মল প্ৰকাশ দেখিবলৈ পাওঁ। ৬৬॥

---

কোন তুমি,—প্ৰভো! তুমি কোন? এনে সুন্দৰ অথচ ভীষণ, এনে প্ৰেমময় অথচ ৰুদ্ৰ, এনে শান্ত অথচ কৰ্ম্ম-শীল। সমুদ্ৰৰ তৰঙ্গ বুকত লৈ যেতিয়া পালতৰা নাও ভাহি যায়, তেতিয়া সুস্নিগ্ধ মৃদু বতাহৰ তালে তালে নাজানো কি এক অস্ফুট সঙ্গীত দিগ্ দিগন্তৰ শূন্যত নীৰৱতা ভেদ কৰি উত্থিত হয়! আকৌ নিৰ্ম্মল আকাশত যেতিয়া অৰ্দ্ধচন্দ্ৰ

অসংখ্য তাৰকৰাজিৰে পৰিবৃত হৈ পৃথিৱীত জ্যোৎস্না বিলায়, তেতিয়া তোমাৰ কি এক গম্ভীৰ শান্ত মূৰ্ত্তি প্ৰকাশিত হয়! তুমি কৃপাকৰি যেতিয়া দিব্যচক্ষু দিয়া, যেতিয়া তোমাৰ আনন্দৰ ৰাগিণী শুনোৱা, তেতিয়া জগৎ কেনে সুন্দৰ, কেনে মধুময় হয়,—চাৰিওফালে তেতিয়া আনন্দ আৰু প্ৰেমৰ ছবি মাত্ৰ দেখো, মানুহৰ মুখত তোমাৰ দৈৱ প্ৰকাশ দেখি ভ্ৰাতৃত্ব সহজ হৈ পৰে, তেতিয়া প্ৰিয়জনৰ মিঠা মাত, ব্যৱহাৰ আৰু আলিঙ্গন স্বৰ্গৰ মন্দাকিনীৰ নিচিনা আমাৰ প্ৰাণত শক্তি দিয়ে, শান্তি দিয়ে, অমৃতৰ আস্বাদ দিয়ে, নতুন জীৱনৰ প্ৰেৰণা দিয়ে। আকৌ তুমি যেতিয়া নিজক ঢাকি ৰাখা, আমাৰ পাপৰ শাস্তিৰূপে যেতিয়া অন্তৰত বিষাদৰ ছাঁ পেলাই দিয়া, তেতিয়া চাৰিওদিশ শূন্য, অন্ধকাৰ হৈ পৰে, তুমিও তেতিয়া ভীষণ, গম্ভীৰ, ৰুদ্ৰ দেৱতা ৰূপে আমাক শাসন কৰা। তোমাৰ লীলা আমি কেনেকৈ বুজিম? ৬৭॥

---

সুন্দৰ দেৱতা, কি সৌন্দৰ্য্যেৰে তুমি পৃথিৱীক পৰিপূৰ্ণ কৰি ৰাখিছা, কি আনন্দৰ ৰাগিণীত আমাৰ আত্মাক বুৰাই ৰাখিছা? প্ৰকৃতিমাজত তোমাৰ চন্দ্ৰ সূৰ্য্য উদয়-অস্তৰ পৰ্য্যায়ত ঘূৰি আছে, তোমাৰ বতাহে চিৰকাল বলিয়াৰ দৰে নৃত্য কৰি আছে, তোমাৰ আকাশে পোহৰৰ ঢৌ বুকুত ধাৰণ



কৰি হাঁহিছে, মেঘৰ লগত বজ্ৰ-বিদ্যুৎ বৰ্ষণৰ ৰাগিণী বৰষুণৰ গিৰ্ গিৰ্ শব্দৰ লগত মিলি কাণত ৰাজিব লাগিছে, পৰ্ব্বত বিলাকে শিৰ উন্নত কৰি মৌন তপস্বীৰ নিচিনা নীৰৱে তোমাক ধ্যান কৰিছে, আৰু নিজৰা বিলাকে ভয়ে ভয়ে সিহঁতৰ পদধৌত কৰি, জনসমাজত অমৃত বিলাই দিবলৈ অবিৰাম গতিকে গৈ আছে; নদী কুলুকুলু শব্দেৰে প্ৰৱাহিত হৈ সাগৰ-তৰঙ্গৰ উত্থান পতনৰ তালৰ লগত নিজৰ শেষ তানটি মিলাই দি অপূৰ্ব্ব মাধুৰীৰ সৃষ্টি কৰিছে; পাত-ফুল-ফল সকলোতে তোমাৰ প্ৰেমৰ ৰস উচ্ছ্বসিত হৈ পৰিছে—ইনো কি আনন্দ, কি সৌন্দৰ্য্য, কি প্ৰেম তোমাৰ ভগৱান! দিনৰাতি, পক্ষমাহ, ঋতুবৰ্ষ একোকে নগণি ই কি বিচিত্ৰ ছন্দত তোমাৰ মহিমা গান কৰিছে প্ৰভো! আমাৰ চিত্তও সকলো সুখদুখ, পাপপূন্য, আশাভয়, জয়-পৰাজয় লৈ তোমাৰ অনাদি সঙ্গীতৰ তালে তালে নাচিব লাগিছে; আমাৰ শৰীৰৰ ৰক্তচালনা, নিশ্বাস-প্ৰশ্বাস, চকুৰ স্পন্দন, এনে কি জীৱন মৃত্যুও তোমাৰেই ছন্দৰ তানত গঁথা নহয় জানো? ৬৮॥

---

যেতিয়া প্ৰেমাস্পদ বন্ধুক বুকুত সাবটি লৈ, বাহু-পাশেৰে আঁকোৱালি ধৰি আলিঙ্গন কৰিছো, তেতিয়াও তোমাৰেই মধুৰ স্পৰ্শ অনুভৱ কৰিছো। যেতিয়া প্ৰিয়জনৰ মধুৰ কণ্ঠস্বৰ

শুনি আত্মহাৰা হৈছো, তেতিয়াও তোমাৰেই স্বৰ্গীয়বাণী শুনিছো। সকলো পাৰ্থিৱ সৌন্দৰ্য্যত তোমাৰেই অনুপম ৰূপ দেখা পাইছো। সুখ, আনন্দ, প্ৰেম—সকলোতে তোমাৰেই প্ৰেম উপলব্ধি কৰিছো, দুখ, বেদনা, আঘাত, পৰাজয়, নিৰাশা, অপমান—ইত্যাদিতো তোমাৰেই মঙ্গল-হস্তৰ কোমল পৰশ লাভ কৰিছো। তুমিয়েই সকলো অৱস্থাতে আমাৰ পৰম বন্ধু! ৬৯

কেৱল চকু মুদিয়ে তোমাক দেখিবলৈ পাম নে? চকু মেলিলেও তো তোমাৰ ৰূপ দেখো। এই যে বিশ্বজগত সমূখত প্ৰকাশিত, এই আকাশ, এই পোহৰ, এনে বিচিত্ৰ বৰ্ণ, মেঘৰ লগত বিজুলীৰ খেলা, গছলতা, ঘৰবাৰী, শিল-মাটি —এই বিলাক তো জড় পদাৰ্থৰ সমষ্টি নহয়, অন্ধ শক্তিপুঞ্জৰ মিলনভূমি অথবা অণু-পৰমাণুৰ উন্মাদনৃত্য নহয়! ই যে তোমাৰ দেহৰ অংশ, তোমাৰ বিশ্ব-জীৱনত অনুপ্ৰাণিত, তোমাৰ মঙ্গল ইচ্ছাৰ দ্বাৰা অধিষ্ঠিত। প্ৰত্যেক মুহূৰ্ত্ততে তোমাৰ নিশ্বাসে জগতক ৰক্ষা কৰি আছে, তোমাৰ জ্ঞানে ইয়াক নিতৌ নতুন ভাৱে সৃজন কৰিছে,—মুঠতে তুমিয়েই এই বিশ্বত, এই বিশ্বই তোমাত। ৭০॥

———

ব্ৰহ্মোৎসৱৰ মাজত তোমাৰ কৃপাসম্ভোগ কৰি ধন্য হলো। তোমাৰ প্ৰকাশত আজি জগৎ সুন্দৰ, জীৱন আনন্দেৰে ভৰা



যেন বোধ হৈছে। আজি তোমাৰ প্ৰেম সত্যভাৱে অনুভৱ কৰিছো; তোমাক দেখা, তোমাক লাভ কৰা এতিয়া নিশ্বাস-প্ৰশ্বাসৰ নিচিনা—চকুৰ নিমিষ কঢ়াৰ নিচিনা সহজ যেন বোধ হৈছে। আজি তোমাক দৃশ্যজগতৰ অন্তৰালত অদৃশ্য শক্তিৰূপে, আমাৰ মানসিক জীৱনৰ অৱলম্বন চৈতন্যৰূপে দেখি মন সন্তুষ্ট হোৱা নাই। এতিয়া তোমাক সকলো বস্তুতে আৰু সকলো বস্তুকে তোমাতে দেখা সম্ভৱ হৈ পৰিছে। চকুৰে যি দেখো, কাণেৰে যি শুনো, জিভাৰে যি আস্বাদ লও, হাতেৰে যি স্পৰ্শ কৰো, নাকেৰে যিহৰ আঘ্ৰাণ লও, সকলো জ্ঞানৰ জ্ঞেয় বস্তু, তুমিয়ে সকলো চিন্তাৰ জ্ঞাতা, সকলো অনুভূতিৰ কৰ্ত্তা। অতীন্দ্ৰিয় জগতত তুমি যেনে অতীন্দ্ৰিয় সত্তা, এই ইন্দ্ৰিয়গ্ৰাহ্য জগতত, আমাৰ চকুৰে দেখা, হাতেৰে ধৰিব পৰা বস্তুৰো তেনে ইন্দ্ৰিয় জ্ঞানত প্ৰকাশিত। তুমি অনন্ত বুলিয়ে কোনো সসীম বস্তুতে তোমাক সম্পূৰ্ণৰূপে দেখিবলৈ নাপাও। আমাৰ সান্ত জ্ঞানে এঠাইত বা এসময়ত তোমাৰ বিশেষ স্বৰূপৰ প্ৰকাশ দেখে; কিন্তু তুমি প্ৰত্যেক অণু পৰমাণুতে সমগ্ৰভাৱে, অনন্তভাৱেহে বৰ্ত্তমান। আমি যেতিয়া সান্ত বস্তুক সান্তৰূপে দেখো, যেতিয়াই ভাৱো যে তুমি কোনো বিশেষ পুৰুষত, বিশেষ শাস্ত্ৰ বা বিশেষ মূৰ্ত্তিত নিজক সম্পূৰ্ণৰূপে ঢালি দিছা—তেতিয়াই পৌত্তলিকতাৰ অন্ধকাৰত আমি বুৰ যাও। প্ৰকৃত জ্ঞানচক্ষু মুকলি হলে দেখিবলৈ পাও—তুমিয়েই জড়জীৱনৰ একমাত্ৰ সত্য। তোমাৰ

সত্তাতে সকলোৱেই সত্তাৱান, তোমাৰ সত্তা-সমুদ্ৰত সকলো বুৰ গৈ আছে। আমি জানো সপ্তাহত এদিনকৈও তোমাৰ মহিমা গান কৰি সন্তুষ্ট নাথাকিম, কেৱল দিনৰ এটি নিৰ্দ্দিষ্ট ঘণ্টাতো তোমাৰ পূজা কৰি তৃপ্ত নহম ? আমাৰ সমগ্ৰ জীৱন, প্ৰত্যেক মুহূৰ্ত্তব্যাপী তোমাৰ বন্দনা, তোমাৰ উপাসনাৰ ঢৌ উঠিব,—যিহকে কৰো, যিহকেই কও, যিহকেই ভাবোঁ, তুমিয়ে তাৰ লক্ষ্য আৰু নিয়ামক হবা—তিল তিল কৈ তোমাৰ সেৱাতেই আত্মবলিদান কৰিম। সকলো প্ৰেমৰ মাজতেই তোমাকে সম্ভোগ কৰিম। ৭১॥

---

তোমাৰ অপৰূপ সৌন্দৰ্য্যৰ ওচৰত সকলো পাথিৱ সৌন্দৰ্য্য ম্লান হৈ পৰে। তোমাৰ অশ্ৰুত ৰাগিণীৰ মাধুৰ্য্যৰ ওচৰত সকলো মানৱীয় সঙ্গীত স্তব্ধ হৈ যায়। ইনো কি ব্যকুলতা তুমি আমাৰ আত্মাত জগাই তুলিছা প্ৰভো! কি আকাঙ্ক্ষা হৃদয়ত পোষণ কৰি সমুদ্ৰ উচ্ছ্বসিত হৈ উঠিছে, নদী কুলুকুলুৰৱে প্ৰৱাহিত হৈছে। কি সৌন্দৰ্য্যৰ ছাঁ পৰি চন্দ্ৰৰ পোহৰে এনে বিমল ৰূপ ধাৰণ কৰিছে, কি স্বৰ্গীয় সৌৰভৰ সংস্পৰ্শলৈ আহি ফুলৰ গোন্ধে আমাৰ মহাপ্ৰাণ মুগ্ধ কৰিছে প্ৰভো। ৭২॥

জয় দয়াময়, জয় জগদীশ্বৰ, তোমাৰ নামৰ তোমাৰ মহিমাৰ জয় হ'ক। এই পাপ-তাপেৰে ভাৰাক্ৰান্ত সংসাৰত তোমাৰ জয় গান গোৱাতকৈ মানুহৰ উচ্চতৰ সুখ আৰু কি আছে ?



চৰায়ে বনৰ মাজত তোমাৰ স্তুতিগান কৰে, গ্ৰহতৰাই শূন্য পথতে তোমাৰ বন্দনা গীত গাই আনন্দতে নৃত্য কৰে, আকাশৰ মেঘে তোমাৰ প্ৰতি ভক্তিতে অশ্ৰু বৰ্ষণ কৰে, গছৰ পাত-ফুলে তোমাৰ চৰণত অৰ্ঘ্যদান কৰে। তোমাত যেতিয়া আমাৰ প্ৰীতি জন্মে, তেতিয়া আমিও প্ৰকৃতিৰ লগত মিলিত হৈ আনন্দেৰে তোমাৰ পূজা-অৰ্চ্চনা কৰো। তোমাৰ পূজাত প্ৰাণত প্ৰেমৰ ঢৌ উঠে, আনন্দত হৃদয় ভৰি উঠে, পৃথিৱী সুন্দৰ হয়, আত্মা মধুময় হয়। ৭৩॥

—জয় জগৎ পতি—

